# ছিম্‌ছাঙৰ দুটা পাৰ

পশুপতি ভৰদ্বাজ



অসম বুক ডিপো
গুৱাহাটী : : কলিকতা

চিত্ৰামণি ধুনীয়া। ষোল বছৰত এটা অভাৱনীয় পৰিস্থিতিৰ মাজত তাইৰ বিয়া হয়। বিয়াৰ আগতে তাই ইমান অসম্ভৱ শুৱনী হৈ উঠিছিল যে স্কুলত তাইৰ মাষ্টৰেও তাইক ৰ' লাগি চাইছিল। গাঁৱত ঘূৰি ফুৰোঁতে তাই প্ৰায়েই অকল ডাকবান্ধাখন বুকুত পিন্ধি ফুৰিছিল। কাপোৰখন বুকুত টানকৈ পিন্ধিলেও তাইৰ বুকুখন শকত হৈ উঠিছিল। আৰু উদং হৈ থকা বুকুখিনিত এটা মসৃণ মিহি আৰু পাতল আভা বিয়পি পৰিছিল। চুলিবোৰ বেছি আছিল বাবে খোপাটো বেছি ডাঙৰ যেন দেখা গৈছিল, আৰু পিছ পিনৰ পৰা চালে তাইক কুৰি বছৰীয়া ছোৱালী যেন লাগিছিল। তাইৰ ভৰিৰ পটা দুটা সৰু, কলাফুল দুটা দীঘল লাহী, কোমৰখন সৰু আৰু গোটা, বুকুখন ওখ আৰু উজ্জ্বল, আৰু চকুদুটা দীঘল সেমেকা। তাইৰ চকু আৰু নাক অসাধাৰণ।

মাজে মাজে তাই শাড়ী পিন্ধিছিল। তাইৰ মাত্ৰ এখন শাড়ী, কুহি কলপাতৰ বৰণৰ এখন শাড়ী। লাহী কোমৰত পাতল শাড়ীখন পিন্ধি, ডিঙিত মণি এদাল লগাই খোপা বান্ধি, তাই যেতিয়া বাটেৰে যায়, তাইৰ মাকে অকলে হাঁহে। কিয় যে তাই ইমান ধুনীয়া হ'ল তাইৰ মাকে ভাবি নাপায়। কিন্তু সেই ছোৱালীজনী তাইৰে পেটত জন্ম লৈছিল সেই বাবে অহঙ্কাৰতে তাইৰ মাকে হাঁহে। তাইৰ সৰু ভনীয়েকজনী চিত্ৰাতকৈ মাত্ৰ দেৰবছৰৰ সৰু। তাইও ধুনীয়া, কিন্তু চিত্ৰাৰদৰে ধুনীয়া নহয়। চিত্ৰামণিৰ দেহত ক'ৰপৰা যেন এটা অপৰূপ কমণীয়তা বিয়পি পৰে। তাইৰ ভনীয়েক বিলামণিৰ সৌন্দৰ্য্য আছে, কিন্তু সেই কমণীয়তা নাই। বিলামণিৰ চকুও ধুনীয়া কিন্তু তাইৰ

চকুত তৰাই চিকমিক নকৰে, এটা অপৰূপ কমণীয়তা সেমেকি থুঠে। চিত্ৰামণিৰ চকুত যেন সমুদ্ৰৰ গভীৰতা বিয়পি থাকে। অথচ হঠাৎ দেখিলে মানুহে বিলামণিকেই লোভ কৰে। কাৰণ, বিলামণিৰ মুখত এটা মিচিকীয়া হাঁহি লাগি থাকে। হাঁহিলেই তাইৰ শৰীৰটো কঁপি উঠে, খন্তেকৰ কাৰণে কঁপি উঠি আকৌ থিৰ হৈ যায়। কঁপি উঠিলে তাইক ভাল দেখি—লোভনীয় দেখি।

দুইজনী ছোৱালীকে লৈ মাকৰ গৰ্ব্বৰো সীমা নাই, চিন্তাৰো সীমা নাই।

সকলোৱে ভাবিছিল চিত্ৰামণিৰ বিয়া হব হিনোইৰ লগত। চিত্ৰাই নিজেও জানিছিল তাইৰ বিয়া হিনোইৰ লগত হব। হিনোই চিত্ৰাৰ নিজৰ পেহীয়েকৰ ল'ৰা। হিনোইহঁত মাৰাক, ৰিচিল বংশৰ মাৰাক। আৰু চিত্ৰামণিহঁত ছাংমা। সিহঁত আগিতোক্ ছাংমা। তাহাঁতৰ যথেষ্ট বংশ মৰ্য্যাদা আছে। হিনোইহঁতৰো বংশ ভাল। হিনোইৰ দেউতাক নাই মাক আছে। সি সপ্তমমান শ্ৰেণীলৈ পঢ়িছিল। দেখোঁতে ওখ শকত আৱত। কিন্তু নাকটো চেপেটা, চকুদুটা সৰু। তথাপি হিনোইৰ দৰে দৰা এটা পোৱা সৌভাগ্যৰে কথা। তাতোকৈ ডাঙৰ কথা হ'ল সি পেহীয়েকৰ ল'ৰা, গতিকে সেইফালৰ পৰা যোটন উৎকৃষ্ট।

হিনোইহঁতৰ অৱস্থা ভাল নাছিল। বাপেক জীয়াই থকা কাল ডোখৰত হিনোই নিজে টকা পইচা যথেষ্ট নষ্ট কৰিছিল। চিত্ৰামণি-হঁতে সকৰে পৰা হিনোইৰ পঢ়া শুনাৰ প্ৰতি লক্ষ্য ৰাখিছিল, কাৰণ সিয়ে আছিল চিত্ৰাৰ ভাবি স্বামী। কিন্তু পঢ়াৰ বুদ্ধি তাৰ নাছিল। গতিকে দুয়ো ঘৰত চেষ্টা থকা সত্বেও হিনোই পঢ়াত আগ বাঢ়িব নোৱাৰিলে। আনহাতেদি তাৰ বাপেক ঢুকোৱাৰ লগে লগে, তাৰ মনলৈ এটা আকস্মিক পৰিবৰ্ত্তন আহিল।

তাৰ পৰিবৰ্ত্তন হ'ল অতি আকস্মিক ভাৱে। তাহাঁতৰ এহাল ম'হ আছিল। বাপেক ঢুকোৱাৰ পাছদিনাখন হঠাৎ তাৰ চকুত পৰিল,

ম'হ দুটাই কান্দিছে। দুয়োটা ম'হৰে দুই চকুৰেদি দুধাৰ চকুলো বৈ গৈছে। সি ম'হ দুটাৰ ওচৰলৈ গ'ল আৰু দুইটা ম'হৰ মুৰ দুটা আঁকোৱালি লৈ সিও কান্দি কান্দি কলে—

বাবাৰ বাবে কান্দিছ নহয় জানো? কান্দ বাৰু, আজি কান্দ। আজি আমি তিনিও কান্দিম। কাইলৈও তিনিও কান্দিম। পৰহিৰ পৰা আমি তিনিও কাম কৰিম। বাবাৰ ঠাইত মই আহিলোঁ। তহঁতৰ দুয়োৰে জীৱন মোৰ ওপৰত নিৰ্ভৰ কৰিব, আৰু আমাৰ পাঁচটা প্ৰাণীৰ জীৱন তহঁত দুয়োৰে ওপৰত নিৰ্ভৰ কৰিব।

তাৰ পাছতে সি ঘাঁহ কাটিবলৈ ওলাই গ'ল। ঘাঁহ আনি ম'হ দুটাক খুৱালে আৰু তাৰ পাছত সি নিজে খালে। সিদিনাৰ পৰা ম'হদুটাৰ লগতে সি কথা পাতে, সৰুসুৰা দুখৰ সুখৰ আটাইবোৰ কথা ম'হ দুটাৰ কাণে কাণে কয়, পথাৰত হাল বায় আৰু ধানৰ খেতি কৰে। কাকৰকান্দিত সিহঁতৰ ঘৰ। কাকৰকান্দিৰ বিস্তীৰ্ণ পথাৰত হিনোইৰ ধানে জকমক কৰে। বাপেক ঢুকোৱাৰ তিনিবছৰৰ পাছত হিনোইহঁতৰ অৱস্থা টনকিয়াল হৈ উঠে।

কিন্তু যিমানেই হিনোই খেতিত মন দিলে, তিমানেই চিত্ৰামণিৰ মনটো হিনোইৰ পৰা আঁতৰি আহিবলৈ ধৰিলে। চিত্ৰাই নিজে অষ্টমমান শ্ৰেণীলৈ পঢ়িলে। পঢ়ি থকা হলে মেট্ৰিক পাছ কৰা তাইৰ পক্ষে তেনেই উজু কথা। তাই পঢ়া বন্ধ কৰিব লগা হ'ল বেলেগ কাৰণে। চিত্ৰাই লক্ষ্য কৰিবলৈ ধৰিলে যে যিমানে হিনোইৰ অৱস্থা ভাললৈ আহিল, তিমানে চিত্ৰাৰ প্ৰতি তাৰ অৱজ্ঞা বাঢ়িবলৈ ধৰিলে। তাৰ আচৰণ এনেকুৱা হবলৈ ধৰিলে যেন চিত্ৰা তাইৰ গোলাম। কাৰণ হিনোই জানে যে চিত্ৰাই তাকেই বিয়া কৰাব লাগিব। সিহঁতৰ সমাজৰ ব্যৱস্থা চিত্ৰাই লঙ্ঘন কৰিব নোৱাৰে। আনহাতেদি, হিনোইৰ নিজৰ শক্তিৰ ওপৰত ইমান বিশ্বাস যে সি ভাবে অইন কাৰো পৰা এক সহায় নোপোৱাকৈয়ে সি জগতত তিষ্ঠি থাকিব পাৰিব। চিত্ৰাক বিয়া কৰাই চিত্ৰাইঁতৰ ঘৰলৈ সি গলে, সি কাৰো ওপৰত নিৰ্ভৰ নকৰে, তাৰ থকা

খোৱাৰ ব্যৱস্থা সি নিজেই কৰিব। সি কাৰো ওচৰত হাত পাতিব নালাগে। বৰঞ্চ তাক নাপালে চিত্ৰাইঁতৰ কোনো গত্যন্তৰ নাই, সিহঁতে সম্পূৰ্ণভাৱে হিনোইৰ ওপৰত নিৰ্ভৰ কৰিব লাগিব। আনকি সি এনেকুৱা আচৰণো দেখুৱাবলৈ ধৰিলে যে চিত্ৰাক সি বিয়া কৰাব সমাজে তাক বাধ্য কৰাৰ বাবে। নহলে চিত্ৰাইঁতৰ যি অৱস্থা, সেই অৱস্থাত, হিনোইৰ দৰে ডেকা এজনে তাইক বিয়া কৰাৰ কথা কোনোদিনে নাভাবিলেহেঁতেন। তাইক যে সি বিয়া কৰাব, সি এটা দয়াৰ কথা।

এদিন আবেলি হিনোই ম'হদুটা বান্ধি থৈ ওলাই আহিল। সিহঁতৰ গাঁৱৰ কাষেদি জুৰি এটা বৈ গৈছে। জুৰিৰ পানীকে গোটেই গাঁওখনৰ মানুহে খায়। জুৰিৰ পানী কম, গতিকে তাত ম'হক গা ধুৱালে পানীখিনি নষ্ট হৈ যায়। গাঁৱৰ মানুহে সেইবাবে বাঞ্ছা কৰে যাতে কোনেও তাত ম'হক গা ধুৱাবলৈ নিনিয়ে। তথাপি হিনোই তাতে ম'হক গা ধুৱায়। হিনোইক গালি পাৰিবলৈ কাৰো সাহ নহয়। কাৰণ প্ৰায় আটাইবোৰ মানুহে এটা নহয় এটা সময়ত হিনোইৰ ওচৰ চাপিব লগা হয়। হিনোইক গালি পাৰিব নোৱাৰি দুই এজনে চিত্ৰাক গালি পাৰে; যেন চিত্ৰাই এইবোৰ বন্ধ কৰি দিব পাৰে। অৱশ্যে চিত্ৰাক গালি পাৰে, তাইৰে লগৰ ছোৱালীবোৰে। কাৰণ, চিত্ৰাৰ ওপৰত নানা কাৰণে তাহাতৰ অসূয়া বাঢ়ে। চিত্ৰা অতি ধুনীয়া, চিত্ৰাৰ গাৰ গোন্ধত গোটেই খন গাঁৱতে চমক লাগে, চিত্ৰাৰ চকুত মোহিনী আছে। গতিকে চিত্ৰাক হিংসা কৰাটো স্বাভাৱিক কথা। যিমানে দিন যায় তিমানে চিত্ৰাৰ গাৰ পোৰণি বাঢ়ে।

ভায়েকটোক গাঁৱৰ সিমুৰৰ পৰা বিচাৰি আনি ঘৰলৈ আহোঁতে দুই এটা কথা চিত্ৰাৰ কাণত পৰে।

আমাৰ ফালে চাবি কেলৈ? এজনৰ গাত বলে ফাটি পৰে, আনজনৰ গাত ৰূপে ফাটি পৰে। এজনৰ ম'হৰ লাথত আমাৰ দাঁত ভাঙিব, আনজনৰ শাড়ীৰ কোবত আমাৰ মূৰৰ চুলি সৰিব। কাকৰকান্দি মাত্ৰ দুজন মানুহৰ বাবে।

চিত্ৰাৰ মনটো বিদ্ৰোহী হৈ উঠে। তাই হোৰাটোত পিতলৰ কলহ এটা সোমাই লৈ পানী আনিবলৈ যায়। তাই কি কৰিছে বাৰু? তাই কেতিয়াবা শাড়ী পিন্ধে। এখন মাত্ৰ তাইৰ শাড়ী। শাড়ীখন তাইক দিছিল কুৰ্ণোই। কোনো কথা নাই, হঠাতে কুৰ্ণো আহি কলে,

"এয়া এখন শাড়ী। মন গলে পিন্ধিবা। পাতনি পিন্ধা যি কথা, শাড়ী পিন্ধা সেই একে কথা। আৰু যদি ভাল নালাগে পেলাই দিবা, কিন্তু বিলামণিক নিদিবা। আনৰ গাত এইখন শাড়ী দেখিলে মোৰ ভাল নালাগিব।"

চিত্ৰাই কিবাকিবি সুধিব খুজিছিল, কিন্তু কুৰ্ণো গুচি গ'ল; কোনো প্ৰশ্নৰ বাবে সি অপেক্ষা নকৰিলে। সেইখন শাড়ী তাই কেতিয়াবা পিন্ধে। শাড়ী পিন্ধা মানে অহঙ্কাৰ কৰা, এই কথা তাই বুজি পোৱা নাছিল। বহুত ছোৱালীয়ে শাড়ী পিন্ধে।

হিনোইৰ মুখতো সেই একে কথা শুনি তাই স্তম্ভিত হৈ গ'ল।

তই শাড়ীখন বাদ দিব নোৱাৰ নেকি? কুৰ্ণোই দিছে কাৰণে সেইখন শাড়ীকে তই দিনে নিশাই গাত মেৰাই থব লাগে নেকি? কুৰ্ণোৰ ভনীয়েকে কি পিন্ধে? শাড়ী নে পাতনি?

তাই ততালিকে উত্তৰ নিদিলে। ঘাটটোত থিয় দি তাই পানীৰ ফালে চালে। পানীখিনিত বোকা উঠি আছে। অলপ আগেয়ে বোধহয় হিনোই ম'হ হালক ইয়াতে গা ধুৱাই নিছে। শিলৰ মাজৰ তাকৰীয়া পানীত বোকা উঠি আছে। পানীৰ পৰা চকু আঁতৰাই নি তাই হিনোইৰ ফালে চালে। আজি যেন প্ৰথম বাৰৰ বাবে তাই তাক দেখিলে। তাৰ কলাফুল দুটা পানীলাউৰ দৰে শকত হৈ উঠিছে। আনকি ভৰিৰ আঙুলিবোৰো শকত হৈ পৰিছে। হিনোই এনেই ক'লা। তেলদিয়াৰ পাছত সি আৰো মিচমিচীয়া ক'লা হৈ উঠিছে। তাৰ গাত মাত্ৰ এটা বনীয়ন চোলা। গতিকে তাৰ বাহু আৰু বুকু উদং হৈ ওলাই থাকে। বাহু দুটা শকত আৰু শক্তিশালী, বুকুখন ওখ। সি বলবান স্বাস্থ্যবান এটা ডেকা। সি নাঙলেৰে মাটি চিৰাচিৰ কৰি

অনায়াসে মাটিৰ বুকুৰ পৰা খাদ্য আহৰণ কৰিব পাৰিব। সি তাৰ শক্তিশালী বাহু আৰু বুকুৰ মাজত অনায়াসে যেই সেই ছোৱালীক বশ কৰিব পাৰিব। চিত্ৰা হঠাৎ এবাৰ শিয়ৰি উঠে। তাই যেন অবাবতে ক'ৰবাত বেদনা অনুভৱ কৰে; তাইৰ গাটোত যেন কোনোবা খিনিতে তাই ভীষণ দুখ পায়। তাইৰ ধাৰণা হয় যেন তাইৰ পাতল শাড়ী-খনত ক'ৰবাত কাঁইট লাগি আছিছে আৰু তাইৰ গাটোত অনবৰত বিন্ধিছে। তাই বেদনাত প্ৰায় চিঞৰি উঠে।

তোমাৰ ম'হহালক কিয় তুমি ইয়াতে গা ধুবলৈ দিয়া? ইয়াত পানী কিমান আছে তুমি জানো দেখা নোপোৱা? এইকণ পানীতে ম'হহালে লেপেট খাই শুই থাকিলে গাঁৱৰ মানুহবিলাকে পানী ক'ৰ পৰা খাব?

হিনোই প্ৰথমতে বিশ্বাসকে কৰিব পৰা নাছিল যে কথাবোৰ চিত্ৰাৰ নিজৰ মুখৰ পৰা ওলাল। সি চিত্ৰাৰ ফালে চালে। তাইৰ চকুদুটা ৰঙা হৈ উঠিছে। ৰঙাচকুৰে তাই হিনোইক শাসন কৰিব ই যেন এটা অসম্ভৱ কথা।

মোৰ ম'হ হালে তোৰ কি অন্যায় কৰিছে মই নাজানোঁ,—সি কয়। কিন্তু তই মোৰ ম'হ দুটাক দেখিব নোৱাৰ, এই কথা মই জানোঁ। যি মানুহে মোৰ ম'হক দেখিব নোৱাৰে সেই মানুহক মইয়ো দেখিব নোৱাৰোঁ।

তুমি কোন মানুহক দেখিব নোৱাৰা সেয়া মোৰ প্ৰশ্ন নহয়। তুমি কোন মানুহক দেখিব পাৰা, সেয়াও মোৰ প্ৰশ্ন নহয়। তোমাৰ ম'হে গাঁওখনৰ খোৱা পানী নষ্ট কৰিছে, সেয়া মোৰ প্ৰশ্ন। সেয়া আমাৰ গোটেই গাঁওখনৰে সমস্যা।

হিনোইৰ খং দুগুণে চৰে।

তোৰ অহঙ্কাৰবো এটা সীমা থকা উচিত। আৰু তই যে কি লৈ ইমান অহঙ্কাৰ কৰ, তাকো বুজি নাপাওঁ। গাঁৱৰ এশজনী ছোৱালীৰ মাজত তইও এজনী। তই স্কুলত পঢ়িছ আন এশজনীয়েও পঢ়িছে।

তই বগা, তোতকৈও বগা ছোৱালী মানুহে দেখিছে। কিহৰ বাবে তোৰ ইমান অহঙ্কাৰ?—ইমান ফিতাহি?

তুমি মোৰ লগত কাজিয়া কৰিবা বুলি ওলাই আহিছা নেকি? তেনেহলে ঘৰলৈ বলা। ইয়াত নৈৰ পাৰত কাজিয়া কৰা দেখিলে মানুহে ভৰি যাবহি। আৰু ঘৰত মাৰ আগত বেছি সাহসো পাবা। দৰ্কাৰ হলে মাৰিবও পাৰিবা।

কাজিয়া মই কৰিছোঁ নে তই কৰিছ? মই যি কৰোঁ, তাতেই মোৰ দোষ। মোৰ ম'হে তইঁতৰ পানী বেয়া কৰিলে। যদি বেয়া কৰিছে, তেনে গাঁৱৰ আন মানুহে মোক নকয় কিয়? তই হে চকুৰে দেখা পাৱ, আন মানুহ আটাইবোৰ কণা?

মইনো কি বুলি কম। চকুতো তোমাবো আছে। আৰু তুমি এইখিনিতে থিয় দি আছা। তুমিয়ে নোচোৱা কিয় তললৈ। এইখিনি পানী কোনে খাব পাৰে। নে, তললৈ মুৰ দোৱাই চালে তোমাৰ সম্মানত আঘাত পৰিব?

হিনোইৰ তেজ মূৰত উঠে। তাৰ গাটো জিম জিমাই যায়। দুই কুমতে শিৰবোৰে ধপ্ ধপায়। খন্তেকৰ বাবে সি চকুৰে একো নমনা হৈ যায়।

মই মুৰ দোৱাই তোৰ ভৰিত ধৰিব লাগে নেকি? তোৰ ভৰিত কি আছে? তোৰ ভৰিৰ আঙুলিয়ে সোণ বৰষে নে ৰূপ বৰষে? যিয়ে তোৰ ভৰি মূৰত লৈ থাকিব পাৰে তাৰ ওচৰলৈ যাগৈ। মোৰ ওচৰত তই বৰ সুবিধা কৰিব নোৱাৰিবি।

চিত্ৰাবো খং উঠে। আজি গোটেই দিনটো তাইৰ বেয়া দিন। ৰাতি পুৱাবৰে পৰা এটা নহয় এটা বেয়া কথা তাই শুনি আহিছে। তাইবো মুৰ গৰম হৈ যায়।

মোৰ ভৰিৰ আঙুলিয়ে সোণ বৰষিব নোৱাৰে সঁচা। কিন্তু সোণতকৈও অধিক কিবা এটা বৰষে। হয়তো চুম্বক বৰষে। সেইবাবে মোৰ ভৰিৰ আঙুলিৰ পৰশ পাবলৈ তোমাবদৰে ভেকাও লৰি আহে। মই যদি

অকণমান উৎসাহ দিও, তুমিয়ে আহি এতিয়াই মোৰ দুয়োখন ভৰি সাবটি ধৰিবা। এতিয়াই যে কৈছিলা মই কাজিয়া কৰিছোঁ, ততালিকে তুমি কাজিয়া পাহৰি গৈ মোৰে ভৰি চুবা, এই কথা মই জানোঁ।

হিনোই হাঁহে। ঘৃণা বিদ্রূপ মিহলাই সি বিকৃতভাৱে হাঁহে।

আজিহে বুজিলোঁ। এৰা, বহুত কথা বুজিবলৈ টান লাগে। আজিহে বুজিলোঁ তত্ত্বৰ কথাবোৰ। কুৰ্ণোই যে কিয় তোৰ পাছে পাছে ফুৰে, তোৰ বাবে শাড়ী আনি দিয়ে আজিহে গম পালোঁ। কুৰ্ণোই বোধহয় তোৰ পৰা উৎসাহ পাই তোৰ ভৰিত ধৰিছিল। ভৰিৰ আঙুলি চুৱামাত্ৰকে বোধহয় তোৰ আঙুলিয়ে চুম্বক উলিয়াই দিলে, আৰু সেই চুম্বকে তাক আবৰি পেলালে। চুম্বকৰ জালতে বোধহয় সি শাড়ী আনি তোৰ ভৰিৰ ফালৰ পৰা তোক ঢাকি পেলালে, যাতে সেই চুম্বকে আনক চুব নোৱাৰে। চুম্বকবোৰ তোৰ আঙুলিৰ মূৰতে থাকে নে ওপৰলৈ থাকে ?

চিত্ৰামণিৰ পানী নিয়া নহ'ল। শুদা পিতলৰ কলহটো তাই আকৌ হোৰাত তুলি ললে, আৰু ঘৰৰ ফালে খোজ ললে। মুখেৰে এটা কথাও উচ্চাৰণ কৰিবলৈ তাইৰ আৰু ইচ্ছা নহ'ল।

হিনোই খঙেৰে মাতিলে,—

অলপমান ৰ। কথা কেইটাৰ উত্তৰ দি যা।

মুখ সুঘূৰোৱাকৈ তাই থিয় হয়।

সি কয়,—আজিৰ পৰা তই এইখন শাড়ী পিন্ধিব নোৱাৰ। ইমানেই যদি তোৰ শাড়ীৰ লোভ, তেনে ময়ে এখন আনি দিম বেলেগ শাড়ী।

তাই আগবাঢ়িবলৈ ধৰে। সি আকৌ কয়,

আৰু শুন। মোৰ ম'হে ঘাটৰ পানী নষ্ট কৰা বাবে কোনে তোক গালি পাৰিছে, তাৰ নাম মোক ক'। মই এতিয়াই গৈ সুধিম আৰু এসেকা দিম।

এইবাৰ তাই বেগাই খোজ কাঢ়িবলৈ ধৰে। হিনোই অবাক হৈ যায়। সি চিঞৰবাৰ দৰে কয়,

মুখেৰে নামাত কিয় ?

মই মুখেৰে মাতিলে তোমাৰ শুনি ভাল নালাগিব।

বাৰু, বাৰু। নালাগক ভাল। তই ক'।

তেনে মই কওঁ। চিৰি ফালি নাযায় মানে মই এইখন শাড়ী পিন্ধি থাকিম। চিৰি যোৱাৰ পাছতো টাপলি মাৰি কিছুদিন পিন্ধিম। কাৰণ আমি দুখীয়া মানুহ। দ্বিতীয়তে কুৰ্ণোই মৰম কৰি মোক দিছিল এই কাপোৰখন। তুমি শাড়ী ভাল নোপোৱা। গতিকে তুমি দিলেও তুমি দিয়া শাড়ী মই নিপিন্ধো। আৰু কোনো মানুহৰ নাম মই তোমাক কব নোৱাৰোঁ। কোন মানুহে তোমাক গালি শপনি দিছে, তাকো মই নাজানো। কিন্তু যি মানুহে জানি শুনিও, গাঁৱৰ মানুহৰ খোৱা পানীখিনি ম'হক গা ধুৱাই লেতেৰা কৰিছে,—সেই মানুহক গালি পাৰিছোঁ মই নিজে। আৰু মোৰ নাম চিত্ৰামণি ছাংমা।

যা—যা—যা। —হিনোইৰ আকৌ মুখটো গৰম হৈ উঠে। —কগৈ সকলোকে ! কোনে মোক কি কৰে মই চাম। ইমান গৰম দিনত ম'হে পানীত নপৰাকৈ থাকিব নোৱাৰে। মই তহঁতৰ কাৰণে ভাবিয়েই ম'হ হালক তাতে গা ধুৱাই নিও, পৰি থাকিবলৈ নিদিওঁ। কিন্তু কালিৰে পৰা ম'হ হালক মই তাতে পৰি থাকিবলৈ দি থৈ আহিম। কোনে কি কৰে মই চাম। আৰু তই মোৰ আগত বৰ কথা নকবি। বিশেষকৈ তই।

কিয় ?—বিশেষকৈ মই কিয় ?

বিশেষকৈ তই, এই কাৰণে যে তই মোকেই বিয়া কৰাব লাগিব, তই মোৰেই তিৰোতা হব লাগিব। মোৰ তিৰোতা যেতিয়া হবই লাগিব, মোক টান কথা কৈ লাভ নাই।

হঠাৎ তাই মুখ ঘূৰাই থিয় হয়,—

মই তোমাৰ তিৰোতা হব লাগিব ? এই কথা তোমাক কোনে কলে ? তোমাৰ কাণ যিহে দীঘল তুমি বোধহয় ম'হৰ কথাও শুনি

পোৱা। তোমাৰ ম'হ হালে তোমাক কৈছিল হবলা যে মই তোমাৰ তিৰোতা হম ?—নে, আন কোনোবাই ?

এই বাৰ হিনোইৰ ধৈৰ্য্যচ্যুতি ঘটিল। সি চিঞৰি চিঞৰি কবলৈ ধৰিলে।

মোক কোনে কৈছে ? কেলেই, তইতো মোৰেই তিৰোতা। ইচ্ছা কৰিলে মই এতিয়াই গৈ তোক মোৰ তিৰোতা কৰি তইঁতৰ ঘৰত থাকিবগৈ পাৰোঁ। আৰু মোক সকলোৱে কৈছে। তোৰ পেষ্টৰ বাপেৰাইও কৈছে। গিৰ্জ্জাত শপত খোৱা নাই। কিন্তু দৰকাৰ হয় যদি তইয়ে সুধিবিগৈ তোৰ পেষ্টৰ বাপেৰক। আৰু মনত যদি সন্দেহ থাকে, তই কুৰ্ণোকো সুধিব পাৰ। কুৰ্ণোৰ কথা মুখ মেলিবলৈ নোপাওঁতেই, তোৰ বুকুত আহি বাজিব। তই—

হিনোইৰ কথা শেষ নহ'ল। কাৰণ বহুত আগেয়ে চিত্ৰামণি তাৰ পৰা গুচি গৈছে।

২

পেষ্টৰ ডেভিদছন সম্ভ্ৰান্ত মানুহ। সকলোমানুহে তেওঁক শ্ৰদ্ধা কৰে। কাকৰকান্দি ডাঙৰ গাঁও। সেই গাঁওৰ মানুহৰ মনত তেওঁ এটা অৱতাৰ স্বৰূপ। কাকৰকান্দিৰ ওচৰৰ গাঁওবিলাক হ'ল পাইকপাৰা., বাখালগঞ্জ, লক্ষ্মীগঞ্জ, ফকিৰতলা। অলপ দূৰৰ গাঁও বিলাক হ'ল হামিদপুৰ, শিবটিলা, ঘোষাল গাঁও ইত্যাদি। এই আটাইবিলাক গাঁওৰ মানুহেই তেওঁক শ্ৰদ্ধা কৰে। খৃষ্টান বিলাকে শ্ৰদ্ধা কৰে, কাৰণ তেওঁ গাঁওৰ পেষ্টৰ্। অনা-খৃষ্টান বিলাকেও তেওঁক সম্মান আৰু শ্ৰদ্ধা কৰে; কাৰণ তেওঁ মানুহজন সজ, শান্তিপ্ৰিয় আৰু পৰোপকাৰী। কেনোদিনে তেওঁ নিজৰ স্বাৰ্থৰ কথা ভবা নাই, নিজৰ সংসাৰৰ সুখ সমৃদ্ধিৰ কথা ভবা নাই। বৰঞ্চ তেওঁ চিৰদিনে তেওঁৰে ওচৰৰ অগণন দুখীয়া মানুহৰ দুখ নিবাৰণৰ বাবে, তেওঁলোকৰ অশান্তিময় জীৱনত অকণমান শান্তি দিয়াৰ বাবে, চেষ্টা কৰি আহিছে। হিন্দু মানুহ খিনিয়ে তেওঁৰ ডেভিদ্‌ছন্ নামটোকে সলাই দি তেওঁক বুলিছিল দেবীপেষ্টৰ্। দৰাচলতে তেওঁৰ ডেভিদ্‌ছন্ নামটো ৰব কম মানুহে জানিছিল, সকলোৱে জানিছিল, তেওঁ দেবীপেষ্টৰ।

ডেভিদছন কেতিয়া কাৰ লগত কাকৰকান্দিলৈ আহিছিল কাৰো ভালকৈ মনত নপৰে। এবাৰ ইষ্টাৰৰ সময়ত কাকৰকান্দিত ডাঙৰ সভা এখন হৈছিল। নানাঠাইৰ পৰা মিছনাৰী লোক সকল আহি সেই সভাত যোগদান দিছিল। বাহিৰৰ পৰা অহা মানুহৰ সমাগম ইমান বেছি হৈছিল যে আজি আৰু মানুহৰ মনতে নাই কোন আহিল আৰু তাৰ পাছত কোন কেনি গ'ল। সেই সময়তে মিছনাৰী সকলৰ লগত আহিছিল ডেভিদ্‌ছন। তেতিয়া তেওঁ কুৰি বছৰৰ ল'ৰা মানুহ। ডাড়ি ভালকৈ গজা নাই, ওঁঠত গোফ কেইডালমান ফুটিছেহে মাথোন।

কিন্তু সকলোৰে চকু পৰিছিল সেই ল'ৰাজনৰ ওপৰত। মিছনাৰী সকলে খৃষ্ট ধৰ্ম্ম সম্বন্ধে বক্তৃতা দিছিল, আৰু ল'ৰাজনে বহি শুনিছিল। তাৰ চকুত কিবা এটা অপৰূপ বিস্ময় আৰু গোটেই দেহতে যোগীৰ দৰে এটা আভা। তিনিদিন তাত সভা চলিছিল আৰু তিনিও দিনেই ল'ৰা ডেভিদছনে ধ্যানমগ্ন হৈ বহি বক্তৃতা শুনিছিল। মানুহে ভাবিছিল তেওঁ দেৱশিশু। সেই সময়ৰ পৰাই সমাজে তেওঁক গ্ৰহণ কৰিছিল। তেওঁক নিষ্ঠাবান, সাধু, ধাৰ্ম্মিক লোক বুলি গণ্য কৰিছিল।

লাহে লাহে তেওঁৰ খ্যাতি প্ৰচাৰ হব ধৰিলে। গাঁৱে ভূঞে প্ৰচাৰিত হ'ল যে তেওঁ দেৱতাৰ অবতাৰ। তেওঁৰ মুখৰ কথা সত্যত পৰিণত হয়, তেওঁ যি কয় সিয়ে ফলে। অন্ধ মানুহে তেওঁৰ ওচৰলৈ আহি তেওঁ দিয়া পানী খালে চকুৰ দৃষ্টি ঘূৰাই পায়, কুষ্ঠ ৰোগীয়ে তেওঁৰ আশীৰ্ব্বাদ পালে ৰোগ মুক্ত হয় আৰু বাজী তিৰোতাই তেওঁৰ আশীৰ্ব্বাদ পালে সন্তান লাভ কৰে। এনেকৈয়ে নানা কথা প্ৰচাৰিত হ'ল। ডেভিদছনৰ শাস্ত্ৰ অধ্যয়ন কৰাৰ সময় নাইকিয়া হ'ল। যি সকল অগণন মানুহ তেওঁৰ ওচৰলৈ সহায় আৰু সহানুভূতি বিচাৰি আহে, তেওঁলোকক গালি দি ঘূৰাই পঠাবলৈ তেওঁৰ ইচ্ছা নহয়। গতিকে ঈশ্বৰক ভাবি তেওঁ সকলোকে আশীৰ্ব্বাদ দিয়ে, তেওঁলোকৰ দুখদুৰ্গতি নিৰাকৰণৰ বাবে ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা কৰে।

মানুহে ভাবিছিল যে পেষ্টৰে আৰু বোধহয় সংসাৰ নকৰে। কিন্তু পয়চল্লিশ বছৰ বয়সত ডেভিদছনে বিয়া কৰালে। বিয়া কৰোৱাৰ দুবছৰ পাছত চিত্ৰাৰ জন্ম। তাৰ দেৰবছৰৰ পাছত বিলামণিৰ জন্ম। আৰু তাৰ পাছত বাৰ বছৰৰ মূৰত এটা ল'ৰা উপজিল। যিমানদিন তেওঁ বিয়া কৰোৱা নাছিল তিমানদিন তেওঁ আছিল অসাধাৰণ। যি মুহূৰ্ত্ততে তেওঁ বিয়া কৰালে, তেতিয়াৰ পৰা তেওঁ সাধাৰণ মানুহৰ শ্ৰেণীলৈ নামি আহিল। সময়ৰ লগে লগে তেওঁৰ ল'ৰা-ছোৱালী হ'ল। গতিকে আন মানুহৰ দৰে তেওঁৰ মনলৈও সংসাৰৰ চিন্তা আহিল। ল'ৰা-ছোৱালীৰ খোৱা লোৱা, সিহঁতৰ শিক্ষা দীক্ষা, সিহঁতৰ চলনফুৰণ

আটাইবোৰ সাধাৰণ মানুহৰ সমস্যা তেওঁবো সমস্যা হৈ উঠিল। ডেভিদ্ছন নিজে আগৰে দৰে ঈশ্বৰ পৰায়ণ, শান্তিকামী আৰু মনে প্ৰাণে পৰোপকাৰী হৈ থাকিল। কিন্তু মানুহৰ মনত তেওঁৰ প্ৰতি যি অপাৰ শ্ৰদ্ধা আছিল সি লাহে লাহে কমি আহিল। আৰু যিমানেই নহওক কিয়, ডেভিদছনৰ নিজৰ বাবেও নানা আহুকাল আহিল। উপাৰ্জ্জন তেওঁৰ কম, অথচ সংসাৰৰ খৰচ বাঢ়ি যায়, নকমে। গতিকে হাজাৰ প্ৰাৰ্থনাৰ মাজতো সংসাৰ চিন্তাই তেওঁক ব্যতিব্যস্ত কৰে, তেওঁ খোৱা লোৱাৰ বাবে ভাবিব লগীয়া হয়।

কিন্তু পেষ্টৰৰ চিন্তা বাঢ়িল, যেতিয়া চিত্ৰামণি ডাঙৰ হ'ল। তেওঁ প্ৰায় গমকে নাপালে কেনেকৈ বছৰৰ পিছত বছৰ পাৰ হৈ গ'ল, আৰু কেনেকৈ চিত্ৰামণি ডাঙৰ দীঘল হৈ উঠিল। চিত্ৰামণি ডাঙৰ হ'ল। তাইৰ জুলজুলীয়া ওলোমা পেটটো কেতিয়াবা সৰিল। ডিঙ্গি আৰু ডিঙ্গিৰ ওচৰৰ হাৰদুডাল তাইৰ সমান আছিল। এতিয়া দেখোঁতে তাইৰ ডিঙ্গিটো সৰু হ'ল আৰু ডিঙ্গিৰ তলৰ দুয়োডাল হাৰ জিক্জিক্কৈ ওলাই পৰিল। তাইৰ ডিঙ্গিটো লিকলিকীয়া হ'ল, পেটটো সৰু হ'ল, বুকুখন ওখ হ'ল; আৰু ডিঙ্গিৰ তলৰ হাৰ দুডাল ওলাই পৰিল। ভৰিৰ পটাখন সামান্য দীঘল হ'ল কিন্তু বহলে বেছি নাবাঢ়িল। কলাফুল দুটা দীঘল হৈ সামান্য ফুলি উঠিল, কিন্তু অতি পুষ্ট নহ'ল। কোমৰখন লাহী হ'ল, নাভি গভীৰ হ'ল, তলপেটটো অকণমান ফুলি উঠিল, ওপৰৰ ফালে পিঠিখন অলপ বহল হ'ল, ঘাৰখনৰ ৰংটো উজ্জ্বল হৈ উঠিল, কোমৰৰ তলভাগ পুষ্ট হ'ল, খোজ বিলাক গম্ভীৰ হ'ল; কলাফুলৰ পাতল মুগা বৰণৰ অকণমানি নোমবিলাকে বৰণ সলালে। তাই যিমানে ডাঙৰ হ'ল তিমানে ধুনীয়া হ'ল; তিমানে তাইৰ চকুদুটাৰ তিৰবিৰণি বাঢ়িল; তিমান তাইৰ গাল দুখন নিমজ হ'ল, হাঁহিটো জিলিকিল; তিমানে তাইৰ মুখৰ কথা কমি আহিল কিন্তু মুখৰ কমনীয়তা বাঢ়ি আহিল।

কিন্তু পেষ্টৰৰ চিন্তা চিত্ৰামণি ডাঙৰ হোৱাৰ বাবে বঢ়া নাছিল।

তাই ডাঙৰ হোৱাৰ লগে লগে তেওঁৰ চিন্তা বাঢ়িছিল অন্য কাৰণে। চিন্তা বাঢ়িছিল কুৰ্ণোৰ বাবে। কুৰ্ণোক তেওঁ সকুৰে পৰা জানে। সি ভাল ল'ৰা; দেখোঁতেও ভাল, স্বভাৱে চৰিত্ৰেও ভাল। কিন্তু পেষ্টৰে কিবাকৈ গম পাইছিল যে কুৰ্ণোই চিত্ৰামণিক মৰম কৰে। কেৱল মৰমেই নকৰে, সি চিত্ৰামণিৰ ওচৰত থাকিবলৈ ভাল পায়, তাইৰ লগত কথা কবলৈ ভাল পায়; তাই হাঁহিলে সি চাই থাকিবলৈ ভাল পায়। চিত্ৰামণিৰ অকণমান কিবা এটা কাম কৰি দিব পাৰিলে যেন তাৰ আনন্দৰ সীমা নাই। তাই কাম কৰিবলৈ গলে সি ভাবে চিত্ৰাই কষ্ট পায়, গাত দুখ পায়। চিত্ৰাৰ ভৰিত বোকা লাগিলে সি যেন ধুই দিব, সি এনেকুৱা ভাব দেখুৱায়। অথচ চিত্ৰাই জানে যে তাইৰ বিয়া হব হিনোইৰ লগত, কাৰণ হিনোই তাইৰ আপোন পেহীয়েকৰ ল'ৰা। জানিশুনিও চিত্ৰাই কুৰ্ণোক বেয়া নাপায়, বৰঞ্চ তাই কুৰ্ণোক দেখি আনন্দ পায়। কুৰ্ণোক নেদেখিলে তাইৰ মনটো বেয়া লাগে, এই কথা পেষ্টৰে জানে। অথচ জানে বুলিয়েই তেওঁৰ চিন্তা বাঢ়ে। চিত্ৰামণিৰ কথা তেওঁ ভালকৈয়ে জানে। জানে যে তাই উচ্ছৃঙ্খল ছোৱালী নহয়। বাপেকৰ কথা তাই নেপেলায়। তাইৰ সমাজে কি বিচাৰে সেই কথা তাই জানে। সমাজৰ নিয়মক আওকাণ কৰি তাই নিজ খুচিমতে যাকে তাকে বিয়া কৰাব, এই কথা পেষ্টৰে বিশ্বাস নকৰে। তথাপিও তেওঁৰ চিন্তা নকমে। কুৰ্ণো বেমাৰীও নহয়, কলাবোবাও নহয়, কুশ্ৰীও নহয়, অপাত্ৰও নহয়। বৰঞ্চ, হিনোইৰ তুলনাত কুৰ্ণো এশগুণে ভাল। তাৰ চকুৱে মুখে এটা দীপ্তি আছে, বুদ্ধিমত্তাৰ পৰিচয় আছে! সি সাহসী আৰু কৰ্ম্মী। তাৰ দেহত শক্তি আছে, অথচ মনত সেই শক্তিৰ আস্ফালন নাই।

কুৰ্ণোই নানা ঠাই দেখিছে। চিত্ৰামণিৰ ওচৰত বহি গল্প কৰোঁতে পেষ্টৰে শুনিছে, কুৰ্ণোৰ বিচিত্ৰ ভ্ৰমণ কাহিনী। কুৰ্ণোই বিপদত পৰিছে বহুবাৰ, কিন্তু কোনোদিনে বিপদক ভয় কৰা নাই। কোনখন নৈ গভীৰ, কোন খনৰ পাক বেছি, কোনখন কোবাল কুৰ্ণোই

জানে। বাঘ-ভালুক ক'ত ওলায়, হাতীৰ পালবোৰ ক'ত থাকে কুৰ্গোই জানে।

তুমি যদি বংখাই নৈৰে ভটিয়াই যোৱা,—এদিন কুৰ্গোই চিত্ৰাক কৈছিল,—ভটিয়াই গলে দেখিবা এবেলাৰ পাছত এনেকুৱা এখন অৱস্থা পোৱা যাব যে তোমাৰ ধাৰণা হব, পৃথিবীৰ ওপৰত চাঁদ সূৰুয নাই।

ওচৰতে উৰালটোত চাউলৰ গুৰি কৰি থকা বিলামণিয়ে অবিশ্বাসৰ হাঁহি এটা মাৰি তাৰ কথাৰ ওপৰত কৈছিল।

মিছা কথা।

চিত্ৰাই ততালিকে আপত্তি কৰিছিল,

মিছা বুলিছ কেলেই? তই দেখা নাই বাবেই কথাটো মিছা হৈ গ'ল নেকি? আৰু, তই কেইখন নৈ দেখিছ?

বিলামণিও উত্তৰ দিছিল, চিত্ৰামণিকে লক্ষ্য কৰি—

কুৰ্গোৰ কথাৰ ওপৰত মাত দিলে তোৰ গাটো জিকাৰ খাই উঠিব পাৰে। জিকাৰ খাই উঠেও জানো। তই সেইবাবে দিনৰ পাছত দিন কুৰ্গোৰ কথা শুনি থাকিব পাৰ—সঁচা কথাই হওক, মিছা কথাই হওক। কুৰ্গোৰ মুখৰ পৰা ওলালে সঁচা মিছা তোৰ মানত সমান। তথাপিও তোকেই বাৰু মই সুধিছোঁ, পৃথিবীৰ ওপৰত চাঁদ সূৰুয আছে, এই কথা জানিও মই বংখাইৰ ওপৰত নাওত বহি বহি কিয় ধাৰণা কৰিবলৈ যাম যে পৃথিবীত চাঁদ সূৰুয নাই! কুৰ্গোই কৈছে বাবেই মানি লম নেকি?

কুৰ্গোই হাঁহি হাঁহি কৈছিল—শুনা মণি—

মই মণি নহওঁ, মই বিলামণি।

বাৰু বিলামণি, ধাৰণা হোৱা মানে কি?

ধাৰণা হোৱা মানে কি চিত্ৰাক সোধা।

সিহঁত তিনিও জনে পাৰে মানে হাঁহিছিল। আনকি সিহঁতৰ কথাবোৰ শুনি আনটো কোঠাত বহি থকা পেষ্টৰেও হাঁহিছিল।

হাতৰ কিতাপখন বন্ধ কৰি থৈ পেষ্টবে একান্ত ভাৱে শুনিবলৈ আৰম্ভ কৰিছিল সিহঁতৰ কথাবোৰ।

অৰণ্যৰ পাছত কি পোৱা যাব ?—চিত্ৰাই সুধিছিল।

অৰণ্যৰ পাছৰ ডোখৰত বিশেষ একো নোপোৱা। ঘাই বস্তু হ'ল অৰণ্যখন। এনেকুৱা ডাঠ হাবি সচৰাচৰ দেখা নাযায়। নৈখনৰ দুই পাৰৰ ঠিক ওপৰেদি সমান ওখ হৈ বিয়পি আছে ডাঠ ইকৰাৰ শাৰী, ঠিক যেন দুখন শকত কলা বেৰ। ইকৰাৰ শাৰী ভেদ কৰি একো দেখা পোৱা নাযায়। কিন্তু ইকৰাবোৰৰ ওপৰেদি গছবোৰ দেখা যায়—কিছুমান শাল গছ আন কিছুমান অন্য গছ—শাৰী শাৰী ওখ শকত গছবোৰ। পূৰা ছয় মাইল এই অৰণ্য। অৰণ্যখন গভীৰ বাবেই হবলা তাত একো শব্দ শুনা নাযায়। চৰাইৰ মাত নাই, জন্তুৰ মাত নাই আনকি নৈখনৰো সোঁতৰ শব্দ নাই। নৈখন যিথিনিতে ঠেক, তাত দুই পাৰৰ ইকৰা লগ লাগি গৈছে। এই নীৰৱ অন্ধকাৰৰ মাজত বঠাৰ শব্দটো ভয়ানক হৈ উঠে। ধাৰণা হয় যেন চন্দ্ৰ সূৰ্য্য নাই, আকাশ পৃথিবী নাই, পশুপক্ষী নাই ; যেন ৰংখাইও নাই, ৰংখাইৰ পানীও নাই। ধাৰণা হয় যেন কান্দি থকা শিলৰ চকুলোত আমি উটি গৈ আছোঁ।

কিতাপখন বন্ধ কৰি থৈ পেষ্টৰ্ বহাৰ পৰা উঠি আহে। বিলামণিৰ হাতৰ পৰা উৰালৰ দাংডাল আপোনাআপুনি বাগৰি পৰে। চিত্ৰামণিয়ে চকুৰ তলৰ জুই আগ বঢ়াবলৈ পাহৰি যায়, আৰু তাই লাহে লাহে উঠি আহি কুৰ্ণোৰ আঁঠুটোত ভৰদি বহি পৰে। এখন্তেকৰ কাৰণে কোনেও নামাতে। পেষ্টবে কুৰ্ণোৰ ফালে একান্ত মনে চাই থাকে, চিত্ৰাই তাইৰ মুখখন কুৰ্ণোৰ আঁঠুটোৰ ওচৰলৈ লৈ আহে, বিলামণিয়ে উৰালটোৰ ভিতৰৰ চাউলৰ গুৰিবোৰ পিটিকি চায়। সিহঁতে আটাইবোৰে অনুভব কৰে যেন পৃথিবীৰ আটাইবোৰ মানুহে কান্দি থকা শিলৰ চকুলোত উটি গৈ আছে।

হঠাৎ বিলামণি দাংডাল হাতত লৈ ঠিয় হয়। তাই হাঁহি হাঁহি ব্যঙ্গ কৰি কয়,—

কান্দি থকা শিলৰ চকুলোত আমি উটি গৈ আছোঁ। বৰ কথা কলা। সাংঘাতিক কথা কলা। তুমি মাষ্টৰ হোৱা। কবিতা বুজাই দিব পাৰিবা। কিন্তু সব মিছা কথা। মিছা কথা তোমাৰ ওঁঠতে লাগি আছে। সব মিছা।

। কুৰ্ণো উঠে। তাৰ আঁঠুত থৈ দিয়া চিত্ৰামণিৰ হাতখন আঁতৰাই দি সি ঠিয় হয়। তাৰ বাহুত যেন বঠাৰ জোকাৰণি স্পষ্ট হৈ উঠে।

পেষ্টৰে সোধে,

তুমি বোধহয় কেবাখন নদী দেখিছা। নদীলৈ বোধ হয় তোমাৰ ভয় নাই। নহয় জানো কুৰ্ণো ?

ভয় ? ভয় মোৰ নালাগে, নদীতো নালাগে, জঙ্গলতো নালাগে। বহুত নৈ দেখিছোঁ। অকণমান নাওলৈ আমি দুজন তিনিজন মানুহে নানা ঠাইত ঘুৰি ফুৰিছোঁ। ৰিংগি নৈ দেখিছোঁ, ডিম্ৰি নৈৰে গৈছোঁ, গেনলেৰে গৈছোঁ, ৰংৰামেৰে গৈছোঁ। আৰু আটাইবোৰ নৈৰ নামো নাজানো, মনতো নপৰে। কিন্তু নৈৰ বুকুত বহুতদিন মোৰ গৈছে। তথাপি মোৰ ভাল লাগে ৰংখাই নৈ। দুইফালে ওখ পাহাৰ আৰু ঘন অৰণ্যৰ মাজেদি বৈ যোৱা গভীৰ শান্ত এখন নৈ। মই ৰংখাইক ভাল পাওঁ। কোনোবা এদিন যেন ৰংখাইৰ পাৰতে এটা পজা সাজি থাকিম এনেকুৱা ইচ্ছা হয়। অৱশ্যে এই ইচ্ছা মোৰ পূৰ নহয়।

চিত্ৰামণিৰ ফালে চাই সি কয়, মই যাওঁ।

ভাত হৈছে। ভাত খাই যোৱা।

সি ভাতৰ বাবে অপেক্ষা কৰে। কিছু সময় মনে মনে থাকি এবাৰ চিত্ৰাই সোধে।

ৰংখাইৰ পাৰত পজা এটা সাজি থাকিবলৈ যদি তোমাৰ ইমান মন, কিয় তুমি ভাবা যে তুমি কোনোদিনেই তাত থাকিব নোৱাৰিবা ? পজা এটা সজা জানো ইমান ডাঙৰ কাম ?

মই আছোঁ কাকৰকান্দিত। ইয়াৰ পৰা ৰংখাই বহুত দূৰ। মোৰ কোনো সম্বল নাই, আত্মীয় বন্ধু নাই—। আৰু,—

হঠাৎ সি আপোনা আপুনি হাঁহিবলৈ ধৰে। তাৰ হাঁহিৰ যেন কোনো কাৰণ নাই। কেৱল হাঁহে।

আৰু আচল কথা হৈছে কি জানা? কথা হৈছে যে মই নিজৰ ভাগ্য নিজৰ শক্তিৰ কথা একেবাৰে পাহৰি যাওঁ। বস্তু এটা যিমানে ভাল, তিমানে মোৰ সেই বস্তুটো ভাল লাগে, তিমানে সেই বস্তুটো আপোন কৰি লবলৈ মন যায়। তেতিয়া আৰু অইন বস্তুলৈ চাবলৈকে মন নাযায়। ৰংখাইৰ পাৰৰ বিচিত্ৰ গভীৰতা মোৰ ভাল লাগে। ৰংখাইৰ পাৰত ঘৰ সাজি থাকিবলৈ মন যায়। অথচ ঘৰ সজাৰ কোনো উপায়ে মোৰ নাই। মই যাৰ তাৰ ঘৰত থাকি জীৱন কটাব লাগিব। আৰু তেনেকুৱা বস্তু আছে। মোৰ ভাল লাগে। কিন্তু যিমানে ভাল লাগে তিমানে মোৰ নিজৰ দুৰ্কপলীয়া জীৱনটোৰ কথা মনত পৰে, তিমানে মোৰ মনটো বেয়া লাগি আছে।

তোমাৰ কপাল ভাল নে, বেয়া এতিয়াও প্ৰমাণ হোৱা নাই। কিন্তু তোমাৰ মনটো বেয়া হৈছে। মনটো বেয়া হৈছে বুলিয়ে আজি পোন্ধৰ দিন তুমি আমাৰ ঘৰলৈ অহা নাছিল। হয়নে নহয় বাৰু কোৱা। আমাৰ ঘৰৰ আন কাৰো ওপৰত খং কৰাৰ তোমাৰ কোনো হেতু নাই। আনকি মোৰ ওপৰত খং কৰাৰো কোনো কাৰণ নাই। তথাপি তুমি মোৰ ওপৰত খং কৰিছা মই জানো।

তোমাৰ ওপৰত মই খং কৰিলোঁ! তুমি অযথা কিবাকিবি কথাবোৰ ভাবি থাকা।

অযথা মই নাভাবো। মই জানো তুমি কাকৰকান্দিৰ পৰা বাহিৰত থোৱা নাই। মই জানো হঠাৎ তোমাক দিনেনিশাই অপাৰ কামে আহি জুমুৰি দি ধৰা নাই। বাৰু, মোৰ কথাটোকে ভাবি চোৱা। গাঁৱত মই ওলাব নোৱাৰোঁ। মানুহে মই শুনাকৈ মোক তিত্‌কাৰি দিয়ে। হিনোই মোক দেখিব নোৱাৰে কাৰণ তুমি দিয়া শাড়ীখন মই পিন্ধো। তুমি মোৰ ওপৰত খং কৰা, কাৰণ তুমি ইয়ালৈ নাহিলে মোৰ মনটো

বেয়া লাগে। তুমি ভাবা মই সুখত আছোঁ, তুমি ভাবা মই ছিনোইক বিয়া কৰোৱাৰ সপোনত সংসাৰখন পাহৰিছোঁ।

চিত্ৰা, মই তোমাক কথাবোৰ বুকিয়াই সহজ কৰি কব নোৱাৰোঁ। পাৰিলে মই তোমালোকৰ ঘৰলৈ নাহিবৰ চেষ্টাত থাকোঁ। কাৰণ মই জানো,—

কাৰণ তুমি জানা যে তোমাক দেখিলে মোৰ মনটো ক্ৰমান্বয়ে তোমাৰ ফালে ঢাল খাব। কিন্তু এই সামান্য কথাটো তুমি বুজি নোপোৱা যে তুমি দূৰলৈ গলে মোৰ মনটোও দূৰলৈ যায়, আৰু তুমি ওচৰত থাকিলে মোৰ মনটো মোৰ ওচৰতে থাকে।

চিত্ৰা তুমি অসম্ভৱ ভুল কৰিছা। তোমাৰ অশান্তিৰ কথা মই ভবা নাই। তোমাৰ অশান্তিৰ কথা ভাবি, তোমাৰ পৰা আঁতৰত থাকিবলৈ মই চেষ্টা কৰা নাই। মই কেৱল নিজৰ কথা ভাবিছোঁ। তোমাৰ ওচৰত থাকিবলৈ মোৰ ভাল লাগে, এই কথা মই অস্বীকাৰ নকৰোঁ। কিন্তু তোমাৰ ওচৰলৈ আহিলেই মই অস্থিৰ হওঁ এই কথাও মই অস্বীকাৰ কৰিব নোৱাৰোঁ। মই নিজকে চম্ভালিব নোৱাৰোঁ বাবেই মই তোমাৰ পৰা দূৰত থাকিব খোজো। অথচ দূৰত থাকি মই কষ্ট পাওঁ। মই কিমান কষ্ট পাওঁ—এই কথা তোমাক কলে তুমি কেৱল দুখকে পাবা। মই কাৰো ওপৰত খং নকৰোঁ। তোমাৰ ওপৰত খং কৰাৰ তো প্ৰশ্নই নুঠে। মই সহ্য কৰিবলৈ চেষ্টা কৰোঁ। গিৰ্জ্জাত বহি প্ৰাৰ্থনা কৰোঁ যেন মোৰ মনৰ দুখ বিয়পি আনৰ গাত চিটিকি নপৰে। সহ্য কৰিবলৈ শক্তি যেন মই পাওঁ।

দুৱাৰখন মেলি কুৰ্ণো দুৱাৰ মুখতে থিয় হয়।

মই যাওঁ গৈ চিত্ৰা। বাহিৰত এন্ধাৰ। এনেকুৱা এন্ধাৰ ৰাতি মই বঠা মাৰি ৰংখাইত উজাই গৈছিলোঁ, ভটিয়াই গৈছিলোঁ। এনেকুৱা এন্ধাৰৰ মাজত গেনল নৈৰ সোঁতত নাও এৰি দি মই দূৰৰ ওখ পাহাৰ বিলাকলৈ চাইছিলোঁ। এন্ধাৰৰ মাজতো মই বস্তুবোৰ স্পষ্ট দেখিবলৈ পাইছিলোঁ। চকুমেলি চকুৰ আগতে দেখিবলৈ পোৱা বস্তুৰ মাজত

আন বস্তু নেদেখিছিলোঁ। আজি মই নৈৰ পানীত তোমাক দেখা পাওঁ, পাহাৰৰ গছবিলাকৰ মাজে মাজে তোমাক দেখা পাওঁ। আৰু মই কেৱল ভাবোঁ। তোমাৰ ওচৰত মই ভীষণ অন্যায় কৰিছোঁ, অতিপাত দোষ কৰিছোঁ।

সি দুৱাৰখন খুলি ওলাই গুচি যায়। চিত্ৰামণিয়ে ভাত নাখায়। তাই শুই থাকে। তাইৰ টোপনি নাহে। চকু মেলিলে ওচৰত বস্তু দেখা পোৱা যায়। চকু মুদিলে দূৰৰ বস্তু দেখা পোৱা যায়। সেই বাবে তাই চকুমুদি বিছনাত পৰি থাকে।

৩

পেষ্টৰ ডেভিদছনে কুর্ণোৰ বংশ পৰিচয় ভালকৈ লৈছে। সেইবাবেই তেওঁৰ মনত ইমান চিন্তা। হিনোইৰ প্ৰতি চিত্ৰাৰ কোনো অনুৰাগ নাই, এইকথা তেওঁ জানে। কুর্ণোৰ লগত তাইৰ বিয়া দিব পাৰিলে, আটাইৰে সুখ আৰু শান্তি হয়, এই কথাও তেওঁ জানে। চিত্ৰাক বিয়া কৰাবলৈ হিনোইৰ অধিকাৰ আছে। আৰু হিনোইৰ লগত তাইৰ বিয়া নহলে, তেওঁৰ ভনীয়েকহঁতৰ লগত তেওঁ চিৰদিনৰ বাবে শত্ৰু হৈ যাব। সমাজৰ মানুহেও তেওঁক ভাল চকুৰে নাচাব। তথাপি তেওঁ এই সকলো আওকাণ কৰি কুর্ণোৰ লগতে তাইৰ বিয়া দিলেহেঁতেন। অথচ ই একেবাৰে অসম্ভৱ হৈ পৰিছে। কুর্ণোৰ মুখলৈ চালে তেওঁৰ ইচ্ছা হয়, তেওঁ যেন সকলো পাহৰি যাব। কিন্তু তেওঁ কি উপায়ে পাহৰি যাব যে কুর্ণো ছাংমা; কেৱল ছাংমাই নহয় অহিটোক ছাংমা। তেওঁৰ নিজৰ বংশৰে ছাংমা।

আজি কুর্ণোৰ মাক বাপেক কোনো নাই। কিন্তু পেষ্টৰে কুর্ণোৰ বংশৰ কথাবোৰ যোগাৰ কৰিছে। কুর্ণোৰ ককাদেউতাক আছিল গানছেং আৰেং। গানছেংহঁত খৃষ্টান নাছিল। গানছেঙে বিয়া কৰাইছিল মোমিন পৰিয়ালত,—গাবিল বংশৰ মোমিন পৰিয়ালত। বিয়াৰ পাছতে তেওঁ নকথ্ৰম হৈ মোমিন পৰিয়াললৈ গুচি গ'ল। তেওঁ বিয়া কৰোৱা ছোৱালীজনী তেওঁৰ মোমায়েকৰ ছোৱালী। ইতিমধ্যে তেওঁৰ মোমায়েক ঢুকাল, আৰু গানছেঙে যথাৰীতি তেওঁৰ শাহুয়েকক বিয়া কৰালে। তেওঁৰ শাহুয়েকৰ গৰ্ভত জন্ম হ'ল চেংমে মোমিন। চেংমে কুর্ণোৰ দেউতাক। চেংমে বিয়া কৰাইছিল ছাংমা পৰিয়ালত। কুর্ণোৰ মাকহঁত অহিটোক ছাংমা। গতিকে কুর্ণো অহিটোক ছাংমা বংশৰ ল'ৰা। কুর্ণোৰ দেউতাকে প্ৰথমে খৃষ্টধৰ্ম্ম গ্ৰহণ কৰে। তাৰ পাছৰে পৰা কুর্ণোহঁতৰ পৰিয়াল খৃষ্টান।

চেংমে ক'তো থিতাপি লব নোৱাৰিলে। তেওঁ গোটেই জীৱনটোৱে এঠাইৰ পৰা আন এঠাইলৈ ঘূৰি ফুৰোতে গ'ল।

নিচেই সৰু কালৰে পৰা চেংমে অস্থিৰ স্বভাৱৰ ল'ৰা আছিল। মানুহে কৈছিল মাকৰ চল্লিশ বছৰ বয়সত জন্ম হোৱা বাবে চেংমেৰ মগজু অপৈনত হৈ থাকিল আৰু সেইবাবে কোনোদিনে সি স্থিৰ স্বভাৱৰ মানুহ হব নোৱাৰে। যি নহওক, যিমানে ডাঙৰ হবলৈ ধৰিলে, তিমানে চেংমেৰ উদ্‌ভণ্ডালিও বাঢ়িবলৈ ধৰিলে। গাঁৱৰ মানুহৰ গোচৰত গান্‌ছেং একপ্ৰকাৰ অতিষ্ঠ হৈ উঠিল। গান্‌ছেঙে তাক নানাৰকমৰ শাস্তি দিবলৈ আৰম্ভ কৰিলে। কিন্তু শাস্তি খোৱাৰ পাছত চেংমে আগতকৈও দুৰ্দ্দান্ত হৈ উঠিল। তাৰ প্ৰতাপত গাঁৱৰ মানুহ সুখে শান্তিৰে বাস কৰিব নোৱাৰাত পৰিল। চেংমে শিল গুটি দলিয়াই লোকৰ কুকুৰা মাৰে, দামুৰি বোৰ এৰি দি গাইৰ গাখীৰ খুওৱায়, গাহৰী পোৱালীবোৰ ধৰি নি নৈত উটাই দিয়ে, কচু গছবোৰ উঘালি থয়, মানুহৰ ঘৰৰ ওচৰতে জঙ্গলবোৰত জুই লগাই দিয়ে। অত্যাচাৰৰ আৰু সীমা নোহোৱা হ'ল। আনকি খেত ৰখিবলৈ গছৰ ওপৰতে সজা টংঘৰ বোৰত সি পাৰিলে জুই লগাই দিয়ে। বনৰীয়া হাতী ওলালে সি ভয় নকৰে, বাঘ ওলালেও ভয় নকৰে। কেৱাবাৰো মানুহে ভাবিছিল যে তাক বোধহয় বাঘে খালে, কিন্তু পাছদিনাখন পুৱা নিৰ্ব্বিঘ্নে সি জঙ্গলৰ মাজৰ পৰা ওলাই আহে।

যিমানে সি ডাঙৰ হ'ল তিমানে তাৰ সাহসো বাঢ়িল। সুবিধা পালেই সি বনৰীয়া হাতী ধৰিবলৈ যোৱা মানুহবিলাকৰ লগতে জঙ্গললৈ গুচি যায়। কোনোবা চিকাৰী আহিলে, সিও চুপি চুপি সিহঁতৰ লগতে গুচি যায়। প্ৰথমতে তাৰবাবে তাৰ মাকে আৰু বাপেকে যথেষ্ট চিন্তা কৰিছিল ভয়ো কৰিছিল। কিন্তু যেতিয়া দেখিলে তাৰ দহ বছৰ বয়সতে সি জঙ্গলৰ মাজলৈ গৈ অকলে গছৰ ওপৰ টং ঘৰত গোটেই ৰাতি শুই থাকিব পাৰে, তেতিয়াৰ পৰা তাৰ বাবে কোনেও আৰু চিন্তা কৰিবলৈ বাদ দিলে। তাৰ মাকবাপেক আৰু

গাঁৱৰ আটাইবোৰ মানুহে ধৰি ললে যে তাক কিবা দেওভূতে পাইছে, আৰু সি এদিন হয় বাঘভালুকৰ আগত, নহয় বনৰীয়া হাতীৰ আগত পৰি মৰিব।

অলপ দিনৰ পাছতে চেংমেৰ জঙ্গলৰ নিচা কমিল, আৰু নৈৰ নিচা বাঢ়িল। ভৰ বাৰিষা হলেও, সি সাঁতুৰি নৈবোৰ পাৰ হব খোজে। কিমানদিন যে তাক সোঁতে উটাই নিছিল, তাৰ সীমা সংখ্যা নাই। শিলত খুন্দাখাই তাৰ হাত ভৰি ভাগিছিল, মূৰ ভাগিছিল। তথাপি তাৰ নিচা নগ'ল। অৱশেষত সি ভৰ ডেকা হৈ উঠিল।

ভৰ ডেকা হোৱাৰ পাছত চেংমেৰ অত্যাচাৰ উদভণ্ডালিও কমিল, আৰু নৈ জঙ্গলৰ নিচাও কমিল। কিন্তু তাৰ সাহস নকমিল। বিয়া কৰোৱাৰ পাছত সি ঘৈণীয়েকক লৈ নানা ঠাই ঘূৰি ফুৰিলে। নাৱেই তাৰ ঘৰ হ'ল। সি নাৱেৰে এখন নৈৰ পৰা আন এখন নৈলৈ যায়, অলপ চলপ বেহাবেপাৰ কৰে; আৰু তাৰ পাছত অলপ খোৱা লোৱাৰ বস্তু সংগ্ৰহ কৰি আন এখন ঠাইলৈ গুচি যায়।

কুৰ্ণোইও বাপেকৰ লগত নাৱেৰে নানা ঠাইলৈ গৈছে। বাপেকৰ দৰে কুৰ্ণোৰো অসীম সাহস। অথচ সি দুৰ্দ্দান্ত নহয়। হয়তো সিও দুৰ্দ্দান্ত হ'লহেঁতেন। কিন্তু জন্মিবৰ দিনাৰে পৰা সি জীৱনত কেৱল দুখ আৰু অশান্তিকে পালে। সি এটা বিৰাট শোকৰ পৰিবেশত ডাঙৰ হৈ উঠিল।

তাৰ জন্মৰ তিনিবছৰৰ পাছত তাৰ মাকৰ গাত আকৌ এটি সন্তান আহিল। তেতিয়া সিহঁত তিনিওটি প্ৰাণী প্ৰায়ে নাৱৰ ওপৰত থাকে। সিহঁতে হাটৰ দিনাখন নানা ৰকমৰ বস্তু কিনি লয়, আৰু তাৰ পাছত নাৱেৰে গৈ গাঁওবিলাকত সেই বস্তু বিক্ৰি কৰে। এদিন নাৱৰ ওপৰতে তাৰ মাকৰ গা অসুখ হ'ল। চেংমে কোনো উপায় নোপোৱাত পৰিল। যিখিনি ঠাইত নাও বান্ধিছিল, তাৰ পৰা অলপ দূৰতে এটা ভগা পজা আছিল। সিহঁতে কোনো ৰকমে গৈ সেই পজাটো পালে। পজাটো পোৱাৰ পাছতে তেওঁৰ প্ৰসৱ হ'ল—এজনী গৰ্ভতে মৰা ছোৱালী। চেংমে

বলিয়াৰ দৰে চাৰিওফালে দৌৰি ফুৰিলে, কিন্তু ওচৰত কোনো এখন গাঁও নাপালে। দুঘণ্টামান চাৰিওফালে লৰি ধাপৰি চেংমে আহি যেতিয়া আকৌ পজাটো পালে, তেতিয়া ৰাতি প্ৰায় পুৱাইছে। আহি দেখি সি বিচুৰ্ত্তি খাই গ'ল যে তাৰ ঘৈণীয়েকৰ মুখখন সেঁতা পৰি গৈছে, চকুবোৰ গাঁতলৈ বহি গৈছে, আৰু কুৰ্ণোৰ হাত এখনত ধৰি তাই যেন কিবাবোৰ কৈ আছে। চেংমে আকৌ যেনিতেনি দৌৰিলে। দিনৰ পোহৰত অনেক চেষ্টাৰ ফলত সি যেতিয়া মাইকী মানুহ এজনী লগত লৈ পজাটো পালে, তেতিয়া দেখিলে যে তাৰ ঘৈণীয়েক মৰি আছে। আতঙ্কত অভিভূত হৈ থকা কুৰ্ণোক হাতত ধৰি বাহিৰলৈ আনি চেংমে কান্দিলে। সি ঢাকুৰি ঢাকুৰি পাৰেমানে কান্দিলে। কুৰ্ণো অবাক আৰু স্তব্ধ হৈ গ'ল। তাৰ বাপেকে কান্দিব পাৰে, এই কথা সি ভাবিবই পৰা নাছিল।

ইয়াৰ পাছত চেংমে নাও বাদ দিলে। কুৰ্ণোক আত্মীয় এঘৰৰ তাত থৈ সি জঙ্গলত গছ কটা কাম এটা ললে। শাল গছ কাটি দিব পাৰিলে পইচা পোৱা যায়। সি সেই কামকে আৰম্ভ কৰিলে, আৰু কিছু দিনৰ বাবে তাৰ বিশেষ অভাব একো নাইকিয়া হ'ল। যিখিনি পইচা গছ কাটি সি আৰ্জ্জে, তাৰে কুৰ্ণো আৰু তাৰ ভালৰকমে চলি যায়।

তিনি বছৰৰ মূৰত এটা অঘটন ঘটিল। আচলতে গছকটা কামত চেংমেৰ লগত আৰু তিনিজন আছিল। সিহঁত আটাই কেইজনে দিনত হলে গছ কাটে আৰু ৰাতি ঘৰলৈ উভটি আহে। এবাৰ সিহঁতে এটা ডাঙৰ কাম পালে। পাঁচদিনৰ ভিতৰতে যদি সিহঁতে কামটো সমাধা কৰিব পাৰে, তেনে হলে সিহঁতৰ যথেষ্ট লাভ হয়। সিহঁতে এই ঠিকাৰ কামটো ললে। ঘৰলৈ উভটি আহি আকৌ ৰাতিপুৱা ঘৰৰ পৰা হাবিলৈ যাব লগা হলে বহুত সময় এনেয়ে যায়। গতিকে সিহঁতে চাৰিওজনে ঠিক কৰিলে যে সেই পাঁচদিন সিহঁত আৰু ঘৰলৈ নাযায়, হাবিতে থাকিব। তেনে কৈয়ে সিহঁত থাকিল।

ইপিনে হাবিত খেদা আৰম্ভ হৈছে, সিহঁতে নাজানে। তৃতীয় দিনাখন ঠিক সন্ধিয়া লাগিছে, এনেতে এটা দঁতাল হাতী ওলাল। হাতী মাজে সময়ে ওলায়, তাত ভয় পাবৰ একো নাই। হাতীক কেনেকৈ খেদিব লাগে সিহঁতে জানে। কিন্তু এই হাতীটো আছিল মাৰখোৱা হাতী। অতর্কিতে আহি হাতীটোৱে সিহঁতক আক্রমণ কৰিলে। গতি বিষম দেখি সিহঁতে যেনিয়ে পায় তেনিয়ে পলাবলৈ চেষ্টা কৰিলে। কিন্তু চেংমেৰ ওপৰত হাতীটোৰ আক্রোশ যেন বাঢ়ি গ'ল। অলপ দূৰ গৈয়ে হাতীৰ গছকত চেংমে মৰিল।

## ৪

তথাপি চিত্ৰাক যিদিনা কুৰ্ণোই গ্ৰহণ কৰিলে, সিদিনা আপত্তি কৰাৰ উপায় নাথাকিল। বৰঞ্চ নীৰবে চকুৰপানী টুকি সকলোৱে সমৰ্থন কৰিলে যে কুৰ্ণো দেৱতা, কুৰ্ণো মহান, কুৰ্ণোৰ দৰে সাহস দুৰ্লভ। চিত্ৰাই নিজেও কল্পনা কৰা নাছিল যে কুৰ্ণোই সেই অৱস্থাত তাইক গ্ৰহণ কৰিব। আৰু যিদিনা আচলতে কুৰ্ণোই তাইক গ্ৰহণ কৰিলে, তাইও চকুপানী টুকিলে, আৰু অপৰাধীৰদৰে কুৰ্ণোৰ ওচৰলৈ আহিল। তাইৰ কোনো অপৰাধ নাছিল, কিন্তু দুৰ্ভাগ্যও অপৰাধ। দুৰ্ঘটনাৰ ফলত কাৰোবাৰ যদি এখন হাত নোহোৱা হৈ যায়; তেনে তাৰ দুৰ্ভাগ্যও, অপৰাধো। চিত্ৰামণিৰ হাত এখন নোহোৱা হৈ গলে, নাইবা এখন গাল পুৰি গলে, তাই যে কেৱল দুৰ্ভগীয়া হ'লহেঁতেন তেনে নহয়। কুৰ্ণোৰ ওচৰলৈ যাবলৈ তাই অপৰাধীও হ'লহেঁতেন। আজিও তাই দুৰ্ভগীয়া আৰু সেইবাবেই অপৰাধী। যি ঘটনাই তাইক হতভাগিনী কৰি তুলিলে, সেই ঘটনাই তাইক সৰ্ব্বহাৰা কৰিলে, পৃথিবীত তাইৰ স্থান নোহোৱা হ'ল, তাইৰ জীৱনৰ কোনো মূল্যই নাইকিয়া হ'ল। তাই মৰিবৰ চেষ্টা কৰিছিল। তাই যেনেতেনে মৰিলহেঁতেন। আনকি তাইৰ গাত শক্তি থকা হলে, কুৰ্ণোৰ হাতৰ পৰা নিজক এৰাই নি তাই মৰিলহেঁতেন। তাই মৰিব নোৱাৰিলে কেৱল এই বাবে যে কুৰ্ণোৰ শক্তি অনেক বেছি; কুৰ্ণোৰ হাতৰ পৰা এৰাই যোৱা তাইৰ পক্ষে অসম্ভৱ। আৰু কুৰ্ণোৰ দৃঢ় বাহুৰ মাজত থাকি মৰাও অসম্ভৱ। যি নহওক, ইচ্ছা কৰিও তাই মৰিব নোৱাৰিলে।

তাৰ নাম কি আছিল, কোনেও খবৰ কৰা নাছিল। সি জীপ গাড়ীৰ ড্ৰাইভাৰ। জীপ গাড়ী খনৰ দৰে তাৰ নিজৰ দেহতো বিপুল শক্তি।

তাৰ জীপ যাব নোৱাৰে এনেকুৱা ঠাই নাই। বাটে অবাটে যেনিতেনি সি জীপখন লৈ যাব পাৰে। আৰু সি দিনেৰাতি মদ খায়। পুৱাও খায়, দুপৰীয়াও খায়, ৰাতিও খায়। কাকৰকান্দিলৈকো সি কেতিয়াবা যায়। কাৰণ তাৰ ঘৰ কাকৰকান্দিৰ পৰা মাত্ৰ ছয় মাইল। সি কাকৰকান্দিও দেখিছিল, চিত্ৰাকো দেখিছিল। চিত্ৰাৰ দৰে ধুনীয়া ছোৱালী আন কোনো ঠাইতে দেখা তাৰ মনত নপৰে।

সিদিনা সি সাজু হৈয়ে আহিছিল। তাৰ লগত আৰু তিনিজন মানুহ আছিল জীপত। তিনিওজন বিৰাটকায়, তিনিওজন দেখোতে দস্যুৰ দৰে। পিঠিৰ হোৰাটো নমাই মাটিত থোৱা মাত্ৰকে চিত্ৰাই গম পায় পিছ পিনৰ পৰা কোনোবাই তাইৰ মুখখনত টেপা মাৰি ধৰে। তাই গম পায় তাইৰ ডিঙ্গিতো কোনোবাই টেপা মাৰি ধৰে। মাত্ৰ কেইটামান মুহূৰ্ত্তৰ ভিতৰতে তাইৰ মুখত খুব টানকৈ বান্ধ পৰে, তাই 'উ হ' বুলি উঠাৰ সময়কে নাপালে, চিঞৰাৰ প্ৰশ্নই নুঠে। তাৰ পাছত তাই গম পায় দুজন তিনিজন মানুহে তাইক ধৰি নি জীপখনত তুলি লয়। জীপখনত উঠা মাত্ৰকে তাই হাতেৰে মুখৰ বান্ধটো সোলোকাবৰ চেষ্টা কৰে, আৰু সেই মুহূৰ্ত্ততে জীপৰ এজনে তাইৰ ডিঙ্গিত আকৌ টেপা মাৰি ধৰে। তাই ভাবিছিল তাই হয়তো মৰি যাব। কিন্তু লাহে লাহে ডিঙিৰ টেপাটোৰ জোৰ কমি আহে। তাহাতে তাইৰ হাত ভৰি বান্ধি পেলায়,—আৰু মুখৰ ভিতৰত কিছুমান কাপোৰ সোমাই দি মুখখন ভালকৈ বান্ধি লয়। তাই কোনো শব্দ নকৰাকৈ পৰি থাকে। তথাপি তাই মূৰ্চ্ছা নাযায়। তাই গম পায় তাইক জীপত তুলি সিহঁতে ক'ৰবালৈ লৈ গৈছে। জীপখন দুৰ্দ্দান্ত বেগেৰে অকাই পকাই ক'ৰবালৈ যায়। তাই নিঃসহায় হৈ পৰি থাকে। সিহঁতে কি উদ্দেশ্যেৰে তাইক লৈ যাব ধৰিছে সেই সম্বন্ধে তাইৰ অকণো সন্দেহ নাথাকে। তাইৰ আৰু পৰিত্ৰাণৰ কোনো উপায় নাই সেই সম্বন্ধেও তাইৰ অকণো সন্দেহ নাথাকে। তাই প্ৰাণপণে ভগবানক প্ৰাৰ্থনা কৰে, তাই যেন অজ্ঞান হৈ যায়, তাইৰ গাত যেন চেতনা নাথাকে। কিন্তু তাইৰ আকুল প্ৰাৰ্থনাৰ কোনো ফল নধৰে।

তাইৰ মুখখন অসম্ভৱ বিষায়, ডিঙিৰ শিৰ বিলাকে ধপ্‌ধপ্‌ কৰে। হাত আৰু ভৰিৰ বান্ধ খোৱা ঠাই বিলাকৰ পৰা বিষ উজাবলৈ ধৰে। তাই অজ্ঞান হৈ নাযায় আৰু বেদনাবিলাক অনুভৱ কৰে। কুৰ্ণোৰ কথা তাইৰ মনলৈ আহে, আৰু চকুৰ পানী ওলায়। কিন্তু তাইৰ কান্দিবৰ মন নাযায়। হঠাৎ যেন তাইৰ নিজৰ ওপৰতে ভীষণ খং উঠে। তাই যেন নিজে এই বিপদ মাতি আনিছে। তাই খুব ভালকৈ জানে ক'তো এধানিমানো তাই দোষ কৰা নাই। তথাপি তাইৰ নিজৰ ওপৰতে ভীষণ খং উঠি তাইৰ চকুৰ পানী শুকাই যায়।

বহুতদূৰ সিহঁতে এখন নৈৰ পাৰেদি গৈ থাকে। চিত্ৰামণি পৰি আছিল, তাই কাষৰ গাঁও ভূঁই একো নেদেখে। জীপখনৰ চালত থকা কেনভাছখন তাই দেখে, দুটা অকণ অকণ ফুটা হৈ গৈছে কেনভাছখনত। কেনভাছখনৰ ফুটা দুটাৰ দৰে, তাইৰ নিজৰে চকু দুটাৰ ঠাইত দুটা ফুটা হোৱা হলে ভাল আছিল, তাই ভাবে। তাইৰ চকু দুটা উভালি নি দুটা গাঁত কোনোবাই যদি কৰি দিলেহেঁতেন তাই ভাল পালেহেঁতেন।

দুঘণ্টামান যোৱাৰ পাছত জীপখন থামিল। জীপখন এটা অকল শৰীয়া ঘৰৰ ওচৰত আহি বন্ধ হ'ল। সিহঁতে আটাইবোৰ নামিল, আৰু এজনে আহি তাইৰ ভৰিৰ বান্ধটো খুলি দিলে। মুখৰ আৰু হাতৰ বান্ধ সোলোকাই নিদিলে। তাৰ পাছত জীপখনৰ পৰা তুলি তাইক বাহিৰলৈ আনি চাৰিও জনে তাইক ঠেলি ঘৰটোৰ ভিতৰলৈ লৈ গ'ল।

মুখৰ বান্ধটো খুলি দিয়া হলেই তাই চিঞৰ মাৰি দিলেহেঁতেন। তাই জানে চিঞৰ মাৰি লাভ নাই। ওচৰত কোনো নাই যে শুনিব। আৰু চিঞৰ মৰা মাত্ৰকে তাহাতে আহি তাইক গৰা মাৰি ধৰিব, ডিঙিত চেপি ধৰিব, নাইবা তাইক কাটি পেলাব, এই কথাও তাই জানে। কিন্তু জীৱনৰ ওপৰত তাইৰ কোনো মায়া নাইকিয়া হৈ গৈছিল। তাই অৱশ্যে কোনো সুবিধাকে নাপালে। তাইৰ চকু দেখিয়ে সিহঁতে হয়তো গম পাইছিল যে তাইৰ সাহস দুৰ্দ্দান্ত। সেই বাবে সিহঁতে

তাইক কোনো কথাৰে বুজাবৰ চেষ্টা নকৰি যিমান পাৰে সাবধান হৈছিল।

ঘৰৰ ভিতৰ সোমোৱা মাত্ৰকে তাই শুনে হুৰ্-হুৰাই জীপখন গুচি যায়। বোধহয় কোনোবা জঙ্গলৰ মাজত, নহলে কিছু আঁতৰত জীপখন থৈ আহিব, তাই ভাবে। জীপখন তাত থাকিলে মানুহৰ মনত কিবা সংশয় হব পাৰে, হয়তো সেই বাবে জীপখন আঁতৰত থৈ আহিব। চিত্ৰামণি ঘৰটোৰ ভিতৰখন চায়। নিশ্চয় কিছুদিন কোনো মানুহে সেই ঘৰটোত থকা নাই। মানুহ থকাৰ কোনো চিন নাই, মানুহৰ খোজো নাই। ওপৰৰ চালখন খেৰৰ, বেৰবোৰ বাহৰ, আৰু মজিয়াখন মাটিৰ। মাটিৰ মজিয়াখনৰ ওপৰতে নিগনিৰ লাদবোৰ পৰি আছে। মাজে মাজে ছাগলীৰ লাদো আছে।

বাহৰ খুটাৰ ওপৰত খেৰৰ চালৰ সৰু এটা ঘৰ। চালত মাজে মাজে খেৰ নাই। বাহৰ কামিবোৰত ওলমি আছে কেৱল মকৰাৰ জাল। এনেকুৱা ঠাইত কিয় যে মানুহে এনেকুৱা ঘৰ এটা সাজিছিল তাই ভাবি নাপায়। তাই নাকেৰে ভালকৈ গোন্ধ নাপায় কাৰণ তাইৰ মুখৰ বান্ধটো প্ৰায় নাক পাইছে গৈ। তথাপি নিগনিৰ লাদ আৰু ছাগলীৰ লাদৰ গোন্ধ তাইৰ নাকলৈ আহে। মুখখন অলপ ঘূৰাওতে তাই দেখে ঘৰটোৰ আধাখিনি জুৰি বাহৰ ছাং।

তাই অনুভৱ কৰে তাইৰ অসম্ভৱ পিয়াহ লাগিছে। মুখৰ ভিতৰত সোমাই থকা কাপোৰখিনি তাই কামুৰিবৰ চেষ্টা কৰে। পাৰিলে শুকান কাপোৰ খিনিৰ পৰা অকণমান ৰস শুহি লবলৈ তাই চেষ্টা কৰে। কিন্তু মুখখন লৰাব নোৱাৰে। তাইৰ দাঁতবোৰ বোধহয় লাগি ধৰিছে। জিভাখনৰে তাই মুখৰ ভিতৰত চেলেকিবৰ চেষ্টা কৰে। কিন্তু কাপোৰৰ সোপাটো ইমান জোৰকৈ লগোৱা আছে যে তাই একো এটা লৰাব নোৱাৰে। হঠাৎ তাইৰ বমি কৰিবৰ ইচ্ছা হয়। পেটৰ নাড়ী ভুৰি বোৰ যেন তাইৰ পেটৰ পৰা মুখলৈ উঠি আহে।

সিহঁত তিনিজনৰ ভিতৰত এজন উঠি আহে আৰু তাইৰ মুখৰ

বান্ধটো সোলোকাব ধৰে। আন এজনে একঘটি পানী লৈ থাকে। মুখৰ বান্ধটো সোলোকোৱা মাত্ৰকে তাই পানীৰ কথা পাহৰি গৈ চিঞৰ মাৰি উঠে। কিন্তু তাইৰ চিঞৰটো ফুটি ওলোৱাৰ আগতে তাইৰ মুখত পানী ঢালি দিয়ে। অলপ পানী পেটলৈ যোৱাৰ পাছত আকৌ তাইৰ মুখখন বান্ধি দিয়ে। এনেতে জীপৰ ড্ৰাইভাৰ আহি ওলায়। সি ঘৰৰ ভিতৰত সোমোৱাৰ আগৰে পৰা কৈ আহে।

তাইৰ বান্ধ সোলোকাই নিদিবি। তাইক মই জানো। পাৰিলে তাই কামুৰি তহঁতৰ গলধন চিঙি দিব। মুখৰ বান্ধ অৱশ্যে খুলি দিব পাৰ পাছত। কাৰণ চিঞৰি তাই কাক পাব? এইটো ঘৰত ছোৱালীৰ চিঞৰ বহুতে শুনিছে। কোনেও কৰ্ণপাত নকৰে। আটায়ে জানে কিহৰ বাবে ছোৱালীয়ে চিঞৰে। ইয়াত কোনেও কোনো ছোৱালীক মাৰি নেপেলায়। গতিকে চিঞৰিলে কি হ'ল। এঘণ্টা চিঞৰিব, তাৰ পাছত কি কৰিব? কিন্তু এতিয়া তাইৰ মুখৰ বান্ধ খুলি নিদিবি। কাৰণ তাই আন ছোৱালীৰ দৰে নহয়। অকণ মান সুবিধা পালেই তাই কামুৰি মঙহ চিঙি নিব।

সি হাঁহে। তাৰ মুখৰ পৰা মদৰ গোন্ধ ঘৰটোত চিটিকি পৰে। সি চিত্ৰাৰ ওচৰলৈ আহে। তাইৰ হাত ভৰি বন্ধা। হাত ভৰি বন্ধা অৱস্থাত মুখৰ সোপাৰে সৈতে তাইৰ প্ৰতি পুতৌ হোৱাৰ কথা। ড্ৰাইভাৰৰ কিন্তু দয়া নোপোজে। সি ধেমালিৰ সুৰতে কয়,—

কিবে, দুখ পাইছ হবলা! তোক দুখ দিয়াৰ ইচ্ছাতো মোৰ নাই, বৰঞ্চ লব জানিলে তোক সুখ দিয়াৰে ইচ্ছা। তই যদি উপদ্ৰব নকৰ এতিয়াই তোৰ বান্ধ সোলোকাই দিব পাৰোঁ। দিম নেকি?

চিত্ৰামণি কন্তেকৰ কাৰণে ভাবে, আৰু তাৰ পাছত মুৰ জোকাৰি সন্মতি দিয়ে। ড্ৰাইভাৰে ধীৰে ধীৰে তাইৰ মুখৰ বান্ধটো সোলোকাই দিয়ে। তাই প্ৰথমতে ভাবিছিল বিৰাট শব্দ কৰি তাই চিঞৰি দিব। কিন্তু হঠাৎ তাইৰ কি হ'ল। সোপা দি ৰখাৰ বাবে তাইৰ মুখত বেছি থু নাছিল। পাগুলিয়াই পাগুলিয়াই তাই মুখত থু জমা

কৰি ড্ৰাইভাৰৰ মুখতে থু পেলাই দিয়ে। সি ততালিকে তাইৰ গালত থাচ্ কৰে কেইটামান চৰ মাৰি আকৌ মুখত কাপোৰ এখন বান্ধি দিয়ে। খঙত ৰঙা পৰি সি কয়,—

তোৰ কিমান প্ৰতাপ মই চাম। তোৰ দেহা মই ঘাইল কৰিছে এৰিম। এই অহঙ্কাৰৰ প্ৰতিকাৰ তই পাবি। আৰু কেৱল তই নহয়, তোৰ ভনীয়েৰাইও ইয়াৰ ফল ভোগ কৰিব। তই জনা নাই হবলা তহঁতৰ গাঁৱৰ ওচৰৰ ছোৱালীবোৰৰ কথা। যিবিলাকে অহঙ্কাৰ নকৰি বেছি বল প্ৰয়োগ কৰাৰ আগতে সৈমান হৈছে, সিহঁতে সুখত আছে। আৰু যিবিলাকে তোৰ দৰে অহঙ্কাৰ কৰিছে, সিহঁতে শাস্তি খাই মৰিছে। তোৰ দৰ্কাৰ নাইকিয়া হলে, তোক টুটুকুৰা কৰি কাটিবলৈ মই অকণো শঙ্কা নকৰোঁ। তহঁতৰ গাঁৱত, আৰু তহঁতৰ ওচৰৰ গাঁও বিলাকত কাৰো ৰক্ষা নাই, এই কথা মই কব পাৰোঁ। তই আপত্তি কৰিয়ে বা কি কৰিবি, চিঞৰিয়ে বা কি কৰিবি? তই চিঞৰি মৰিলেও কোনো মানুহ ইয়ালৈ নাহে। তোৰ মুখৰ বান্ধ সোলোকাই দি মই যি ইচ্ছা তাকে কৰিব পাৰোঁ। কিন্তু তোৰ চিঞৰ শুনি মোৰ নিজৰ কাণে কষ্ট পাব। সেইবাবে তোক চিঞৰিবলৈ নিদিওঁ।

তাহাঁত চাৰিওজনে তাইক ধৰি নি ছাং এখনৰ ওপৰত পেলাই থয়। তাইৰ একেলগে বান্ধি থোৱা হাত দুখন মোকোলাই এখন এখনকৈ বান্ধে, আৰু প্ৰতিখন হাতকে দূৰৰ দুইফালে দুটা খুটাত বান্ধি থয়। ভৰি দুখন এখন এখনকৈ বান্ধে আৰু দুইফালৰ দুটা খুটিত প্ৰতিখন ভৰি বান্ধি থয়। তাৰ পাছত ড্ৰাইভাৰৰ বাহিৰে বাকী তিনিজন মানুহ আঁতৰি যায়।

চিত্ৰামণিৰ গাৰ কাপোৰবোৰ এনেয়ে অসংযত হৈ গৈছিল। ড্ৰাইভাৰে টানি আজুৰি তাকো নাইকিয়া কৰি পেলায়। প্ৰচণ্ড বিক্ষোভত চিত্ৰামণিৰ গাৰ নোম শিয়ৰি উঠে। বান্ধি থোৱা হাত আৰু ভৰিৰ পৰা টনা অজৰা কৰোঁতে ছাল ফাটি তেজ ওলাই যায়। তাইৰ উৰু, পেট আৰু বুকুৰ মাংসপেশী বোৰ স্ফীত হৈ শিলৰদৰে কঠিন

হৈ পৰে। তাইৰ শিৰে শিৰে তেজ বোৰে জপিয়ায়। তাই জানে ৰক্ষাৰ পথ তাইৰ নাই। মৰি যাবৰ উপায়ো তাইৰ নাই। তাই ভগবানক প্ৰাৰ্থনা কৰে তাই যেন অজ্ঞান হৈ যায়, তাইৰ গাত যেন চেতনা নাথাকে। তথাপি তাই সজ্ঞানে থাকে। হঠাৎ তাইৰ আকৌ বমিৰ ভাব হয়। তাইৰ শৰীৰৰ প্ৰতিটো ৰক্তবিন্দুৱে বিদ্ৰোহ কৰিবলৈ ধৰে। যিমানে তাই জোৰ কৰে, তিমানে তাইৰ হাতৰ আৰু ভৰিৰ বান্ধবোৰ টান হৈ লাগি ধৰে, আৰু তিমানে তাইৰ বেছি তেজ ওলায়। ড্ৰাইভাৰৰ হাত তাইৰ শৰীৰত লাগে। তাৰ হাতখনে তাইৰ গোটেইটো শৰীৰ বিচাৰি ফুৰে। হঠাৎ তাইৰ অসম্ভৱ ভয় লাগে। তাইৰ ধাৰণা হয় যেন ভয়তে তাই মূৰ্চ্ছিতা হৈ পৰিছে। তাইৰ গাত যেন আৰু সংজ্ঞা নাই। তাই অনুভব কৰে ড্ৰাইভাৰজন তাইৰ একেবাৰে ওচৰ চাপি আহিছে। তাই চকু দুটা মুদি দিয়ে।

ড্ৰাইভাৰ যোৱাৰ পাছত এজনৰ পাছত এজনকৈ বাকী তিনিওজন মানুহ তাইৰ ওচৰলৈ আহে। তাই নিজে আচৰিত হৈ যায় তাই মৰি নগ'ল কিয়। মৰি নগ'ল যদিও, তাই মূৰ্চ্ছিতা হৈ নপৰিল কিয়। তাইৰ মনটো সজ্ঞানে সজাগ হৈ থাকিল; কিন্তু তাইৰ শৰীৰটোৰ তত নাইকিয়া হ'ল। শৰীৰৰ দুখকষ্ট একোকে তাই আৰু অনুভব নকৰা হ'ল। বান্ধি থোৱা বাবে হাত আৰু ভৰিৰ এনেয়ে তাইৰ তত নাইকিয়া হৈছিল। এতিয়া আৰু তাইৰ গোটেই শৰীৰ-টোৰে তত নোহোৱা হ'ল। তাইৰ শৰীৰটো আৰু যেন তাইৰ নিজৰ শৰীৰ নহয়। যেন মৰাৰ পাছত পথাৰত পৰি থকা এটা গেলা মানবদেহ, আৰু সেই দেহটো কাউৰী শগুনে খুটি খুটি চিৰাচিৰ কৈ খাই পেলাইছে।

হঠাৎ কুৰ্ণোলৈ তাইৰ মনত পৰে। আৰু মনত পৰা মাত্ৰকে অবাবতে তাইৰ ইচ্ছা হয় যেন তাই নিজে তাইৰ নিজৰ শৰীৰটো কাটি টুকুৰা টুকুৰ কৰিব। তাইৰ হাত ভৰি বন্ধা নাথাকিলে, হয়তো তাই সেই চেষ্টাকে কৰিলেহেঁতেন।

প্ৰথম বাৰৰ বাবে যেতিয়া সিহঁতে তাইৰ আটাইবোৰ বান্ধ খুলি দিলে, তাই কিছু সময়ৰ বাবে নিস্তব্ধ হৈ ৰ'ল। তাৰ পাছত তাই ভীষণ চিৎকাৰ দিলে। তাইৰ চিঞৰ বহুত দূৰলৈ শুনা গ'ল; মৃত্যুৰ মুখত পৰা জন্তুৰ চিঞৰৰ দৰে, শূলত দিব ধৰা গাহৰিৰ চিঞৰৰ দৰে, বিকট চিঞৰ চাৰিওফালে ভাহি গ'ল। কিন্তু একো লাভ নহ'ল। তাইৰ চিঞৰৰ উত্তৰত তাই শুনিবলৈ পালে সিহঁতৰ হাঁহি, মদপী মানুহৰ বিকট উচ্ছৃঙ্খল হাঁহি।

তাই মৰিবলৈ চেষ্টা কৰিছিল। তাইৰ নিজৰে কাপোৰ ডিঙিত মেৰিয়াই ফাঁচ লগাই মৰিবলৈ চেষ্টা কৰিছিল। কিন্তু সিহঁতে আহি তাইক মোকোলাই দিয়ে। দিনে নিশাই তাইৰ ওচৰত সিহঁতে পহৰা দি থাকে, আৰু তাইক চকুৰ আগত ৰাখে। মৰিবৰ বাবে, বা পলাই যাবৰ বাবে তাই অকণো সুবিধা নাপায়। আনকি তাই কান্দিবও নোৱাৰে। বেছি উপদ্ৰৱ কৰিলে সিহঁতে তাইক নিৰ্মম ভাৱে মাৰে। কিন্তু মাৰ খালেও তাইৰ চকুলো নোলায়। তাই মৰি গৈছে—চিত্ৰামণি দৰাচলতে মৰি গৈছে।

তথাপি তাই চিঞৰে। তাইৰ মুখৰ বান্ধ সোলোকাই দিলেই তাই চিঞৰে আৰু মাৰ খায়। সিহঁতে এতিয়া আৰু তাইৰ মুখত সদায় বান্ধ দি নাৰাখে। তাইৰ ওপৰত অত্যাচাৰ কৰিবৰ সময়ত মুখত আৰু হাতে ভৰিয়ে বান্ধি ৰাখে। বাকী সময়ত তাইক মোকোলাই ৰাখে।

দিনে নিশাই তাই কেবাবাৰো বান্ধত পৰে। কিমান মানুহ যে তাইৰ ওচৰলৈ আহিল, কিমানে যে তাইক অত্যাচাৰ কৰিলে তাইৰ আৰু মনত নাই, এজন মানুহ আহিলেই তাইক সিহঁতে বান্ধি পেলায়। যিবোৰে তাইক পহৰা দি থাকে, সিহঁতৰ তো কথাই নাই। তাই মুকলি হৈ থকা অৱস্থাতে সিহঁতে চেষ্টা কৰিছিল, কিন্তু তাই দাঁতেৰে কামুৰি হাত ভৰিৰে মৰিয়াই সিহঁতক বিৰত কৰিছিল। তাহাতে বুজিছিল যে তাইক বান্ধি ৰখাৰ বাহিৰে উপায় নাই। সেইবাবে,

যেই কোনো জন আহিলেই সিহঁতে তাইক বান্ধি পেলাইছিল। তাইৰ হাতে ভৰি মুখে বান্ধি পেলাই লৈ তাইৰ ওচৰলৈ আহিছিল।

বান্ধ খাই খাই তাইৰ দুয়োটা ওঁঠ ফুলি গৈছিল। তাইৰ হাতৰ গাঠিবোৰৰ ছাল উঠি গৈ ঘা হৈছিল, ভৰিৰ গাঠিতো ঘা হৈছিল। প্ৰথমতে ঘা হোৱা ঠাইবোৰত বান্ধিবলৈ ৰচি লগোৱা মাত্ৰকে তাই অতিপাত দুখ পাইছিল, বেদনাত তাই ঘামি গৈছিল। কিন্তু লাহে লাহে তাই আৰু দুখ নোপোৱা হ'ল। দিনেৰাতি বিশ ত্ৰিশ বাৰ বান্ধ খোৱাৰ পাছত, সেইবিলাক ঠাইৰ বোধহয় তত নাইকিয়া হ'ল। শেষৰ ফালে সিহঁতে ঘা হোৱা ঠাইবিলাকত কিছুমান কাপোৰ বান্ধিলে। ডাঠকৈ কাপোৰ মেৰিয়াই তাৰ ওপৰত ৰচিৰে বান্ধিলে।

সন্ধিয়া হোৱাৰ লগে লগে তাইৰ ভয় বাঢ়ি আহে। দিনৰ দিনটো কেৱল দুজন পহৰীয়া থাকে। সিহঁতৰ হাততো তাই বান্ধ খায়, কিন্তু বেছি নহয়। বাহিৰা মানুহ দিনত কম আহে। মুঠতে তাই পাঁচ ছয় বাৰ বান্ধত পৰে। কিন্তু সন্ধিয়াৰে পৰা ৰাতি দুই তিনি বজালৈ তাই বান্ধৰ পৰা মুকলি নহয়।

তাইৰ গোটেইটো শৰীৰ বেদনাতে ক'লা পৰি যায়। তাইক মোকোলাই দিলেও গাৰ বিষত তাই খোজকে কাঢ়িব নোৱাৰে। তাই ভোক পিয়াহো অনুভৱ কৰিব নোৱাৰে। তাই কেৱল দেখে তাইৰ গোটেইটো শৰীৰ জুৰি ক'লা ডাগবোৰ, অত্যাচাৰৰ উপৰি অত্যাচাৰত তাইৰ অঙ্গবোৰ শিথিল শ্ৰান্ত হৈ গৈছে। মদৰ দুৰ্গন্ধ যেন সকলো সময়তে তাইৰ নাকতে লাগি থাকে। মদৰ দুৰ্গন্ধ, পিয়াজৰ উগ্ৰ গোন্ধ, আৰু মানুহৰ শৰীৰৰ গোন্ধে তাইৰ গোটেই শৰীৰ আৰু মন কলুষিত কৰি পেলাইছে। তাইৰ জীৱনত আৰু কোনো হাবিলাস নাই।— পলাই যোৱাৰ উৎসাহ নাই, কোনোবাই আহি ৰক্ষা কৰিব সেই আশা নাই—হঠাৎ কিবা উপায়ে পুনৰ কাকৰকান্দি লৈ গৈ তাইৰ মাক বাপেক, ভায়েক ভনীয়েকক দেখিব, সেই আশা নাই। কুৰ্ণোক চাবলৈকো তাইৰ হেপাহ নাই। তাইৰ কেৱল একেটা অভিলাস,

তাইৰ যেন মৃত্যু হয়। সিহঁতৰ মাৰত আৰু অত্যাচাৰত তাইৰ যেন উশাহ বন্ধ হৈ যায় আৰু মৃত্যু হয়, সেই একেটা তাইৰ কামনা।

সন্ধিয়া হলে তাই ছাংখনৰ ওপৰত হাতে ভৰি বন্ধা অৱস্থাত চকু মুদি পৰি থাকে। চকুমেলি চাবলৈ তাইৰ মন নাযায়। যি আছে আহি থাকক তাইৰ কোনো অনুভূতি নাই। তাইৰ শৰীৰটোৱে আৰু প্ৰতিক্ৰিয়া নকৰা হৈ গৈছে। মাংস পেশীবিলাকৰ শক্তি কমি আহিছে, আৰু মৰা মানুহৰ শৰীৰৰ দৰে স্থিৰ হৈ গৈছে।

সন্ধিয়াৰ অন্ধকাৰত তাই কেতিয়াবা ঘৰৰ ভিতৰ খনলৈ চায়। ছাং কেইখনৰ বাহিৰে ঘৰটো শূন্য। উশাহ লৈ থকা এটা মানুহৰ মৃতদেহ, বেদনাত থেতেলা খোৱা এটা দেহ আৰু সেই দেহটো জুৰি এটা অকথ্য গোন্ধ আৰু এটা উদং ঘৰ। তাইৰ নিজৰ দেহটোৰ দৰে ঘৰটোও উদং; তাইৰ দেহটোৰ দৰেই সেমেকি যোৱা, থেতেলা খোৱা জীৰ্ণ শীৰ্ণ এটা ঘৰ, আৰু তাই। তাই যে কিয় এবাৰো কেতিয়াও মূৰ্চ্ছা নগ'ল, তাই ভাবে। তাইৰ মনটো কেনেকৈ যে ইমান শক্তিশালী হ'ল তাই ভাবি নাপায়। বেৰৰ ফাকেদি তাই বাহিৰৰ কন্তেকীয়া পোহৰ দেখিবলৈ পায়। অলপ পাছতে পোহৰখিনি আঁতৰে আৰু অন্ধকাৰ নামি আহে। তাই অন্ধকাৰ নামি অহাটো চাই থাকে। বাহিৰৰ বিশাল পৃথিৱী খনৰ কথা তাইৰ মনলৈ আহে। পাহাৰ, নদী, গছলতাবন, মেঘ আৰু কুঁৱলী, আকাশৰ নীলা আৰু দূৰৰ পাহাৰৰ নীলা, সিহঁতৰ ওচৰৰে জুৰিটোৰ পানী আৰু দূৰৰ বহল নৈখন। এই বিলাকৰ প্ৰতি তাইৰ কোনো আকৰ্ষণ নাই। সেইবাবেই অন্ধকাৰ নামি অহাটো তাইৰ ভাল লাগে। অন্ধকাৰে বিচিত্ৰ পৃথিৱীখন লুকাই থয়। এন্ধাৰ জানো ওপৰৰ পৰা নামি আহে, নে ক'ৰ পৰা আহে ? কিন্তু ওপৰৰ আকাশখন উজ্জ্বল হৈয়ে থাকে, পশ্চিমৰ দিগন্ত উজ্জ্বল হৈয়ে থাকে। এন্ধাৰ বোধ হয় তলৰ পৰা আহে। পৃথিৱীৰ পেটত এন্ধাৰে জন্ম লয়, পৃথিৱীৰ পেটৰ পৰা লাহে লাহে অন্ধকাৰ উঠি আহে। পৃথিৱীলৈ অন্ধকাৰ নামি নাহে, অন্ধকাৰ পৃথিৱীৰ পৰা উঠি

আছে। উঠি আহি প্ৰথমে পৃথিবীখন ঢাকি পেলায়, আৰু তাৰ পাছত আকাশলৈ উঠি যায়।

ভাবোতে ভাবোতে তাই অবশ হৈ পৰে। জীৱনৰ তিক্ততাই তাইক শ্ৰান্ত কৰি পেলায়। তাইৰ শৰীৰত বোধহয় পোক হৈছে আৰু পোকবোৰে তাইৰ তেজৰ ভিতৰেদি দৌৰি ফুৰিছে। তাইৰ ভনীয়েক বিলামণিৰ চুলিত ওকণি হৈছিল! ওকণিবোৰে মূৰৰ ছালত কামুৰি ধৰি ভিতৰৰ পৰা তেজ শুহি লয়। তাইৰ দেহত বাহিৰে ভিতৰে পোক; ভিতৰত পোকে কামোৰে, বাহিৰতো পোকে কামোৰে।

তৃতীয় দিনাখন ৰাতি তাইৰ ধাৰণা হ'ল, তাই বোধহয় ঠিকেই মৰি যাব। সন্ধিয়াৰ পৰা ৰাতি এক দুই বজালৈ তাইৰ শৰীৰটোৱে একেবাৰেই বিশ্ৰাম পোৱা নাই। বাহিৰৰ পৰা অহা মানুহৰ সংখ্যা সিদিনা বাঢ়িল। ছোৱালী এজনীক হাতে ভৰি মুখে বান্ধি থৈ যে অত্যাচাৰ কৰিব পাৰি, এই কথাটো যেন সকলোৰে মনত এটা উৎসবৰ কথা হৈ পৰিল। এনেকুৱা এটা অভিজ্ঞতাৰ কাৰণে যেন মানুহবোৰ বলিয়া হৈ উঠিল। তাই ঠিক ধৰিব নোৱাৰে, কিন্তু পোন্ধৰ কি কুৰি মিনিটৰ বাবে তাই বোধহয় অচেতন হৈ গৈছিল। কাৰণ তাইৰ চকুত কোনোবাই পানী দিয়া তাইৰ মনত পৰে। বাহিৰৰ মানুহবোৰ যোৱাৰ পাছত, এটাৰ পাছত এটাকৈ আহিল পহৰীয়া দুজন। আনদিনাখন আটাইবোৰ শেষ হোৱাৰ পাছত তাইৰ বান্ধবোৰ সোলোকাই দি পহৰীয়া দুজনে তাইক ৰখি থাকে। সিদিনাখন সিহঁতো শ্ৰান্ত হ'ল। সেইবাবে তাইক বন্ধা অৱস্থাতে ৰাখি সিহঁত দুয়ো টোপনিয়াবলৈ ধৰিলে। মাটিৰ ওপৰতে ত্ৰিপাল এখন পাৰি দুয়ো শুই থাকিল।

হঠাৎ চিত্ৰামণিৰ ধাৰণা হ'ল আৰু কোনোবা এজন আহি তাইৰ ওচৰতে থিয় দিছে। অলপ আগতে তাই যেন এটা শব্দ শুনিছিল, তাইৰ ওচৰৰে বেৰখনত কিহৰ যেন এটা শব্দ হৈছিল। তাই ভাবিছিল শিয়াল কি কুকুৰ। তাইৰ ধাৰণা হ'ল যেন বেৰখন ফাক কৰি লৈ কোনোবা এজন ভিতৰলৈ আহিল আৰু তাইৰ ওচৰ পালে।

অৱশ্যে তাইৰ বাবে একে কথা। দুৱাৰ মেলিয়ে আহক, বা বেৰৰ ফাকে-দিয়ে আহক সিহঁতৰ উদ্দেশ্য একেটা। কোনোবা ওচৰলৈ আহিলেই তাই চকু মুদি দিয়ে। এইবাৰো তাই তাকেই কৰিলে। কিন্তু আন মানুহে আহি যিভাৱে তাইৰ শৰীৰ স্পৰ্শ কৰে, এইজনে ঠিক তেনেকুৱা নকৰিলে। সি প্ৰথমতে তাইৰ ভৰিৰ বান্ধ বোৰ কাটি দিলে। তাইৰ অৰচেতন অৱস্থাতো তাইৰ গাটো জিকাৰ খাই উঠিল। আগেয়ে এবাৰ নে দুবাৰ এনেকুৱা হৈছিল। দুই এজনে তাইৰ বান্ধ সোলোকাই দি তাইক অত্যাচাৰ কৰিব খুজিছিল। কিন্তু কোনেও নোৱাৰিলে। উত্তেজনাত তাইৰ শৰীৰটো কঁপি উঠিল। সঁচাকৈয়ে যদি এইজন মানুহে তাইৰ মুখৰ বান্ধ সোলোকাই দি তাইৰ ওচৰলৈ আহে, তেন্তে তাই তাৰ ঠিক ডিঙিত কামুৰি ধৰি তাৰ তেজ পি খাব।

তাইৰ হাতৰ আৰু ভৰিৰ বান্ধ খুলি দিয়াৰ পাছত তাই এবাৰ চকু মেলি চালে। চকু মেলি চাই তাই নিজৰ চকুকে বিশ্বাস কৰিব নোৱাৰিলে। তাইৰ ঘাৰত ধৰি তাইক উঠাই দিবলৈ চেষ্টা কৰিছে কুৰ্ণোই। হঠাৎ তাইৰ গোটেই শৰীৰৰ অভ্যন্তৰৰ পৰা এটা চিঞৰ আহি সোপাদিয়া মুখত বন্ধ হৈ গ'ল। কুৰ্ণোই এইকথা বুজিয়ে তাইৰ মুখৰ সোপাটো খুলি দিয়া নাছিল।

তাইৰ উদং গাটোত কিবা এখন কাপোৰ মেৰিয়াই দি কুৰ্ণোই তাইৰ কাণৰ কাষত কলে,—

কথা নকবা। তুমি খোজ কাঢ়িব নোৱাৰা, মই বুজিছোঁ। এয়া, মোৰ বোকোচাত উঠা।

তাৰ হাতত লাঠি কৰিলোৱা এপাত যাঠি আৰু কোমৰত এখন দা। কুৰ্ণোই তাৰ পিঠিখন তাইৰ ফালে দি তাইক বোকোচাত উঠিবলৈ সুবিধা কৰি দি, অকণমান বৈয়ে আকৌ তাইৰ ফালে চালে। অজস্ৰ কান্দোনে তাইৰ চকু তিয়াই দিছে। সি আকৌ কয়,—

মোৰে মুৰ খাবা, তুমি একমুহূৰ্ত্ত পলম নকৰিবা। তোমাৰ অন্তৰত কি হৈছে তুমি নিজে যিমান বুজি পোৱা তাতকৈ বেছি মই বুজি পাওঁ।

আৰু তাইৰ ক্ষান্তে পিঠি দি তাইৰ হাত দুখন তাৰ দুই কান্ধৰ ওপৰেদি আনি তাইক সি জোৰ কৰি পিঠিত তুলি লয়। তাই ভৰি দুখনেৰে তাৰ কোমৰত সাবটি ধৰি তাৰ পিঠিত ওলমি থাকে, আৰু দুয়ো বাহিৰ ওলাই যায়।

কুৰ্ণোই প্ৰায়ে জঙ্গলৰ মাজেদি যায়। তাৰ বোকোচাৰ বোজাটো কিমান গধুৰ সি গমকে নাপায়। প্ৰায় এঘণ্টা যোৱাৰ পাছত সি আহি নৈ খন পায়, আৰু অতি সাবধানে সি চিত্ৰামণিক নাওখনত তুলি দিয়ে। তাই মূৰ্চ্ছা যোৱা মানুহৰ দৰে নাওখনত পৰি থাকে আৰু কুৰ্ণোই তাইৰ মুখৰ বান্ধটো সোলোকাই দিয়ে। তাৰ পাছত সি তাৰ কোমৰৰ পৰা এখন গামোচা উলিয়াই ঘামবোৰ মচিবলৈ আৰম্ভ কৰে। তাৰ দুয়ো গালতে ঘাম আৰু তাৰ চকুৰ পানী মিহলি হৈ গৈছে। চিত্ৰাৰ দুয়োখন গাল ফুলি উঠিছে আৰু ওঁঠদুটা অসম্ভৱ ৰকমে উখহি গৈছে। কিন্তু তাইৰ চকুত পানী নাই। মুখৰ বান্ধ খুলিদিয়া সত্বেও তাই কোনো কথা নকলে।

কুৰ্ণোই নাও মেলি দিয়ে। নিজম ৰাতি সিহঁতে কোনো কথা নোকোৱাকৈ গৈ থাকে। চিত্ৰাই চকু মেলি থাকে কিন্তু কুৰ্ণোলৈ নাচায়। কুৰ্ণোই জানে তাই মূৰ্চ্ছা যোৱা নাই। মনে মনে তাৰ ভয় লাগে। কোনো শত্ৰুলৈ তাৰ ভয় নালাগে। দূৰৰ পৰা বন্দুকেৰে তাক মাৰি নেপেলালে কোনেও তাৰ ওচৰলৈ আহি চিত্ৰাৰ গাত হাত দিব নোৱাৰে এই কথা সি জানে। বনৰীয়া জন্তুলৈও তাৰ ভয় নাই। তাৰ ভয় হয় চিত্ৰাৰ বাবে। মূৰ্চ্ছা নেযোৱাকৈয়ে তাই মূৰ্চ্ছিতা হৈ আছে। সেই বাবে তাৰ ভয় লাগে। অলপ সময়ৰ পাছতে তাৰ শৰীৰৰ শ্ৰান্তি নাই-কিয়া হয়; আৰু সি জোৰেৰে নাওখন ভটিয়াই লৈ যায়।

কুৰ্ণোই জানে, চিত্ৰাই কিবা এটা নাখালে মৰি যাব। তিনিদিনে পানীৰ বাহিৰে হয়তো তাই একো এটা খোৱা নাই। কিন্তু আৰু এঘণ্টা নগলে সি কোনো এটা আশ্ৰয়ৰ থল পাব নোৱাৰে। তাৰ মনটো অস্থিৰ হৈ উঠে, এঘণ্টা সময় বহুত সময়। অথচ আনকোনো

উপায় নাই। বঠাপাত হাতৰ পৰা থৈ সি নাৱঁত থকা মগ এটা লৈ অলপ পানী আনি চিত্ৰাৰ মূৰটো ডাঙ্গি লয় আৰু তাইক পানী দিয়ে। তাই পানীখিনি খায়, কিন্তু মুখেৰে নামাতে। কুৰ্ণো আচৰিত হৈ যায় যে তাইৰ চকুৰ পানীও নোলায়। আনকি তাইৰ গাৰ কাপোৰ খিনিও তাই ভালকৈ নলয়। সি মাতে,—

চিত্ৰা, ইমানযে মোৰ ভাগৰ লাগিছে।

তাই মুখ ঘূৰাই তাৰ ফালে চায়। চকুৰ মণি দুটা যেন স্থিৰ হৈ গৈছে। তাৰ পাছতে তাই আকৌ মুখ ঘূৰাই লয়।

ৰাতি পোহৰ হৈ আহে। আকাশৰ তৰাবোৰৰ জিলিকণি কমে। আধা ঘণ্টাৰ পাছতে ৰাতি পুৱাব, কুৰ্ণোই ভাবে। আধা ঘণ্টাৰ পাছত সি খোৱাৰ বস্তুও পাব। আন নহলেও গৰম গাখীৰ পাব। এখন্তেকৰ বাবে সি আকাশলৈ চাই অন্যমনস্ক হৈ পৰে। সিহঁতৰ নাওখন আহি কোবাল সোঁতত পৰে। এটা শব্দ শুনি সি চক্ খাই উঠে। মুখ ঘূৰাই সি দেখে চিত্ৰামণি নৈত জাপ দি পৰিছে আৰু সোঁতে তাইক টানি নিব ধৰিছে। একমুহূৰ্ত্তও পলম নকৰাকৈ সিও পানীত জাপ দি পৰে।

পোন্ধৰ মিনিট মানৰ পাছত কুৰ্ণোই যেতিয়া চিত্ৰামণিক পাৰলৈ তুলি আনিলে, তেতিয়া তাইৰ গাত চেতনা নাই। কুৰ্ণোই নানা উপায়েৰে তাইৰ পেটৰ পৰা পানীবোৰ উলিয়ায়। ইমান সময়ে সি তাইৰ শৰীৰটোৰ প্ৰতি লক্ষ্য কৰা নাছিল। প্ৰথম বাৰৰ বাবে তাইৰ ক্ষতবিক্ষত শৰীৰটো দেখি সি শিঁয়ৰি উঠে—। মানুহে মানুহৰ ওপৰত এনেকুৱা অত্যাচাৰ কৰিব পাৰে; সি কল্পনা কৰিব নোৱাৰে। চিত্ৰামণিৰ ওপৰত কি অত্যাচাৰ গৈছে সি অনুমান কৰিব পাৰে। তাৰ চকুৰ পানী ওলায়। লাহে লাহে তাইৰ জ্ঞান ফিৰি আহে। তাই চকু মেলি চায়, আৰু প্ৰথমবাৰৰ বাবে তাইৰো চকুৰ পানী ওলায়। ধীৰে-ধীৰে তাই কয়,—

আজি তুমি চকুৰ পানী টুকিছা। কিন্তু গোটেই জীৱনটো তুমি চাকুৰি চাকুৰি কান্দিবা।

কুৰ্ণোই তাইক বাধা দি কয়,—

তুমি কথা নকৰা। তোমাৰ কাপোৰবোৰ তিতি গৈছে। তোমাক দিবলৈ মোৰ লগত শুকান কাপোৰ নাই। সেই বাবে ইয়াৰ পৰা সোনকালে যাব লাগিব। অকণমান সুস্থ হৈ লোৱা, আৰু তাৰ পাছত আকৌ মোৰ বোকোচাত উঠা। বেছি সময় যাব নালাগে। এই খিনি গলেই তোমাৰ বাবে শুকান কাপোৰ পাম, খাবলৈ গৰম গাখীৰ পাম, গাটো গৰম কৰিবলৈ জুই পাম।

তাই নামাতে। কিবা এটা বিৰাট ক্ষোভ, খং আৰু ঘৃণাত তাই ফোপাবলৈ ধৰে। লাহে লাহে তাই উঠি বহে। চাৰিওফালে চায়, কুৰ্ণোৰ পিনেও চায়, আৰু থিয় দিবলৈ চেষ্টা কৰে, কিন্তু নোৱাৰে। খণ্ডত তাইৰ দুয়োটা চকু ৰঙা হৈ পৰে। হঠাৎ তাই বলিয়াৰ দৰে বুকুৰ পৰা কাপোৰ খন পেলাই দিয়ে, আৰু গোটেই গাতে থুৱাবলৈ ধৰে। তাই নিজৰ বুকুত, পেটত, উৰুত, বাহুত থু পেলাই দিয়ে। খণ্ডত তাইৰ উশাহবোৰ খৰ হয়। তাৰ পাছত তাই চিঞৰি চিঞৰি কবলৈ ধৰে,—

তুমি ইয়াৰ পৰা যাবা নে নোযোৱা? নোযোৱা যদি তোমাৰ গাতো মই থু পেলাই দিম। তোমাৰ গাত থু পেলাই দি মই আকৌ নৈত জাপ দিম। মোৰ গোটেই গাতে পোকে ধৰিছে। যোৱা তুমি এতিয়াই, এই মুহূৰ্ত্ততে।

কুৰ্ণোৰ ভয় লাগে। তাই বোধহয় চিৰদিনৰ বাবে বলিয়া হৈ যাব। তাইক ৰক্ষা কৰাৰ আৰু বোধহয় কোনো উপায় নাই। সি তাইৰ ওচৰলৈ উঠি গৈ তাইৰ গাৰ কাপোৰ খিনি অলপ ভালকৈ দি কয়—

তুমি মোৰ কষ্ট বঢ়াব পাৰিবা। শৰীৰৰ কষ্ট আৰু মনৰ কষ্ট, দুয়োটা। কিন্তু মই মৰি যোৱাৰ আগতে তুমি মৰিব নোৱাৰিবা। মোতকৈ তোমাৰ অন্ততঃ শৰীৰৰ শক্তি কম। মোক মাৰি পেলাই থৈ তাৰ পাছত তুমি মৰিব পাৰিবা। কিন্তু মোক মাৰিবা কেনেকৈ? যাঠি পাত নাবঁতে থাকিল। দাখন মোৰ কোমৰতে আছে। দাখন দিলে

তুমি যদি মোক ঘাপ মাৰি মাৰি পেলাব পাৰা, মোৰ কোনো আপত্তি নাই। দিম উলিয়াই ?

মোক তুমি ইয়াৰ পৰা এখোজো কলৈকো নিব নোৱাৰা। মই এতিয়াও কৈছোঁ তুমি ইয়াৰ পৰা গুচি যোৱা। নহলে, মই কি কৰোঁ একো ঠিক নাই। মিছাতে দুখ নাপাবা।

কুৰ্ণৌই কোমৰৰ পৰা দাখন উলিয়াই লৈ তাইৰ হাতত দিয়ে, আৰু ডিঙিটো তাইৰ সন্মুখত দি দিয়ে। খন্তেক পাছতে সি উঠি আহে আৰু কয়,—

মই জানো তুমি নোৱাৰিবা। কুৰ্ণৌক তুমি নিজ হাতে কাটি পেলাব নোৱাৰিবা। তেনে মোক দিয়া। তোমাৰ যদি জী থাকিবৰ মন নাই, মোৰো নাই।

সি তাইৰ হাতৰ পৰা দাখন কাঢ়ি আনে। মুহূৰ্ত্তৰ ভিতৰতে তাই চুচৰি আহি তাৰ দুইখন ভৰিতে সাৱটি ধৰি কান্দে। তাই চিঞৰি চিঞৰি কান্দে। সন্তান মৰি গলে মাকে যেনেকৈ কান্দে তাই তেনেকৈ বিনাই বিনাই কান্দে। কুৰ্ণৌই দাখন পেলাই দি তাইৰ মূৰটো আঁকোৱালি লৈ কয়,—

মইতো কোনো দোষ কৰা নাই মণি। মই ক'ত কেনেকৈ আজি তিনিদিনে তোমাক বিচাৰিছোঁ, তোমাক কি কম। কিন্তু এতিয়া ব'লা। তুমি এটা কথাও নকবা সোণ। তুমি খোজ কাঢ়ি যাব নোৱাৰিবা, মোৰ বোকোচাত উঠা। অকণমান ঠাই। মোৰ একো কষ্ট নহয়—। এতিয়াও ৰাতি ভালকৈ পুওৱা নাই। উঠা।

কুৰ্ণৌই গৰম পানীৰে চিত্ৰামণিক গা ধুৱাই দিয়ে, তাইক গৰম গাখীৰ আৰু কিবাকিবি অলপ খুৱাই শুই থাকিবলৈ দিয়ে। চিত্ৰাই কয়,—

তুমি একমুহূৰ্ত্তৰ বাবেও ইয়াৰ পৰা নেযাবা। তোমাৰো ভাগৰ লাগিছে। তুমি ইয়াতে ক'ৰবাত শুই থাকা। কিন্তু ইয়াৰ পৰা ক'লৈকো নাযাবা। তুমি মোৰ ওচৰতে থাকা—আজিৰ দিনটো।

তাইৰ টোপনি আহে। কুৰ্ণৌৰ হাত এখনত ধৰি তাই নিশ্চিন্ত

মনে শুই থাকে। বাহিৰত চোকা ব'দ দিয়ে। দুই এটুকুৰা শুকুলা মেঘ আকাশত ভাহি থাকে। কুৰ্ণোই চিত্ৰাৰ কাতৰ শৰীৰটোৰ ওপৰত এখন চাদৰ দি থয়। আবেলি চিত্ৰাই সাৰ পায়। তাই বিছনাৰ ওপৰতে উঠি বহে। তাইৰ পেটত, কোমৰত, বুকুত, উৰুত, আটাইবিলাক অঙ্গতে ভীষণ ব্যথা অনুভব কৰে।

মাটিত বহি তাইৰ বিছনা খনতে মূৰটো থৈ কুৰ্ণো শুই আছে। তাৰ চুলিবোৰ তেতিয়াও তিতি আছে। সি ঘপহ কৰে সাৰ পায়। চিত্ৰাৰ ফালে চায়ে সি উঠি থিয় হয়। আৰু তাইৰ ওচৰলৈ কল, গাখীৰ আৰু চিৰা কেইটামান লৈ আহে। চিত্ৰাই খাবলৈ চেষ্টা কৰে। তাইৰ পেটত অসম্ভৱ ভোক লাগিছে। কিন্তু তাইৰ দাঁতবোৰেও বিষায়। তাই কয়,—

মই খোজ কাঢ়িব নোৱাৰিলে তুমি মোক বোকোচাত লৈ আহিব পাৰা। মই নিজে পানী ঢালি গা ধুব নোৱাৰিলে, তুমি পানী গৰম কৰি ঢালি দিব পাৰা। মই দা এখন লৈ তোমাক কাটিব নোৱাৰিলে তুমি নিজকে নিজে কাটিবলৈ সাহ কৰিব পাৰা। কিন্তু মই যদি চিৰা নিজৰ দাঁতেৰে চোবাই খাব নোৱাৰোঁ, তেনে তুমি জানো তোমাৰ দাঁতেৰে চোবাই মোক খাবলৈ দিব পাৰিবা?

নোৱাৰিম কিয়? তুমি যদি সঁচাকৈয়ে চোবাব নোৱাৰা, ময়ে চোবাই দিম। কিন্তু মোৰ মুখখন গোন্ধায়, মই নিজেই মোৰ মুখৰ গোন্ধ পাওঁ। দ্বিতীয়তে চিৰা চোবাবৰ দৰ্কাৰো নাই। কল আৰু গাখীৰৰ লগত সানিলৈ তুমি গিলি দিয়া। পেটলৈ গলে চিৰা আপোনা আপুনি সিজিব।

গিলিবলৈ মোৰ ডিঙিও বিষায়। তাই কয়। কিন্তু তোমাৰ পেটলৈ গলে মোৰ পেট নভৰে। সেই বাবে, অকণ অকণ কৈ গিলিবই লাগিব। কাৰণ পেটত মোৰ জুই জ্বলিছে।

তাই অলপ অলপকৈ চিৰাখিনি খাই কৈ থাকে।

মোৰ কপাল বেয়া। কিন্তু ময়োতো কোনো দোষ কৰা নাই। মোক কিয় তুমি শাস্তি দিছা?

তোমাক মই শাস্তি দিছোঁ ?—কুৰ্ণোই অবাক হৈ কয়।

শাস্তি দিছা—ভীষণ শাস্তি দিছা। কাকৰকান্দিত থাকোঁতে মই তোমাক কৈছিলোঁ, তুমি ওচৰত নাথাকিলে মোৰ বেয়া লাগে; তুমি দুদিন আমাৰ ঘৰলৈ নাহিলে মই থাকিব নোৱাৰোঁ। ইয়াৰ অৰ্থ এয়ে হয় তোমাক দেখিলে মই ভাল পাওঁ, তুমি ওচৰত থাকিলে মোৰ পৰম শান্তি হয়। আজি মই নিৰ্ভুল ভাৱে জানিছোঁ—তোমাক মোৰ ওচৰলৈ মই মাতিব নোৱাৰোঁ—তোমাক মই ভাল পাব নোৱাৰোঁ। সেই বাবে তুমি যিমানে মোৰ ওচৰত থাকা, মোৰ বুকুত কেৱল জুই জ্বলিব, মই কেৱল দুখকে পাম। মোৰ শাস্তিৰ পাৰ নাইকিয়া হব।

আজি কিয় তুমি মোক তোমাৰ ওচৰলৈ মাতিব নোৱাৰা ? বা, তুমি কোৱাৰ দৰে, মোক কিয় ভাল পাব নোৱাৰা ?

তোমাৰ কথা মই বুজি নাপালোঁ।

মইতো বুজিব নোৱাৰা কোনো টান কথা কোৱা নাই। বাৰু, ময়ে তোমাক সুধিছোঁ, মই এনে কি কাম কৰিছোঁ যে তুমি ধৰি ললা মই তোমাক ভাল নাপাওঁ ?

তুমি মোক ভাল পোৱা ? —চিত্ৰাই আচৰিত হৈ সোধে। তাইৰ খোৱা বন্ধ হৈ যায়। তুমি মোক এতিয়াও ভাল পোৱা ?

তুমি আগেয়ে খোৱা।—কুৰ্ণোই শান্ত ভাৱে কয়। তুমি এই মুহূৰ্ত্ততে ক'লৈকো নোযোৱা যে কথাবোৰ একনিমিষতে শেষ কৰিব লগীয়া হৈছে। আগেয়ে খোৱা পাছত কথা কবা।

তাই অলপমান খায় আৰু কয়,—

এটা কথা সোধোঁ ?

সুসুধিবা, আগেয়ে খোৱা।

নহয়, উত্তৰটো নাপালে মই শান্তি মনে খাব নোৱাৰিম। বাৰু, তুমি জানা যে মই তোমাক ভাল পাওঁ ? বুজা হবৰ দিনাৰে পৰা তোমাক মই ভাল পাওঁ এই কথা তুমি জানো জানা ?

জানো।

এখন্তেকৰ কাৰণে তুমি মোৰ ওচৰলৈ আহিবা ?

কুর্ণো গৈ তাইৰ ওচৰতে বিছনা খনত বহে।

তুমি যে নেখালা ?—তাই সোধে।

মই কেতিয়াবাতেই খাইছোঁ। তুমি তেতিয়া টোপনিত। মোৰ ইমান ভোক লাগিছিল যে মই একচৰীয়া চিৰা খাই পেলাইছোঁ। অলপ পিছতে মই ভাত বান্ধিম। তুমি তেতিয়া ভাত খাবা।

তাইৰ খোৱা শেষ হয়। তাই কয়,

মোক ভাল নাপালে তুমি মোৰ বাবে নিজৰ জীৱন বিপন্ন নকৰিলা-হেঁতেন। কিন্তু ভাল পাই তোমাৰ কি লাভ হ'ল ? তুমি তো মোক নিজৰ কৰি লব নোৱাৰা ?

কিয় নোৱাৰোঁ ? মই ছাংমা কাৰণে ?

ছাংমা ? তোমাৰ কথাবোৰ শুনিলে মোৰ আচৰিত লাগে। এতিয়া আৰু মোৰ জীৱনত কিহৰ ছাংমাৰ কথা আছে ? কিন্তু এটা কথা মই তোমাক স্পষ্টকৈ কৈ দিওঁ। তোমাক ভাল পাওঁ কাৰণেই এই কথা তোমাক স্পষ্টকৈ কব লাগিব। আজি মই এটা মৰা শ। মোৰ গোটেইটো দেহ গেলিপচি গৈছে। মোৰ তেজত পোক হৈছে। পোকৰ বীজাণুবোৰে মোৰ গোটেই শৰীৰটোত বিয়পি পৰিছে। এই গেলা পচা মৰাশৰ ওচৰত মই তোমাক থাকিবলৈ দিব নোৱাৰোঁ। কাউৰী শগুণৰ বাহিৰে আনকোনো জীৱ আৰু মোৰ ওচৰলৈ আহিব নোৱাৰে। তোমাক মই ভাল পাওঁ। আগেয়ে তোমাক পোৱা অসম্ভৱ আছিল কাৰণ তুমি ছাংমা ময়ো ছাংমা। তথাপি জানি শুনিও তোমাক ভাল পাইছিলোঁ। আজিও মই জানো তোমাক পোৱাটো অসম্ভৱ। তুমি ছাংমা এইবাবে নহয়—মই মৃত সেই বাবে। তোমাক ভাল পাওঁ বাবেই আজি মই মোৰ পোকে খোৱা গেলা দুৰ্গন্ধময় দেহটো তোমাক স্পর্শ কৰিব দিব নোৱাৰোঁ। জীৱনত মই তোমাক কেৱল দুখকেই দিলোঁ। অথচ মোৰ গোটেই জীৱনটোৰে যে কত হাবিলাস আছিল যেন মই তোমাক সুখ দিব পাৰোঁ।

তুমি অলপ সুস্থ হোৱা চিত্ৰা। তোমাক ঘূৰাই আনিব পাৰিম, এই আশা মই কৰা নাছিলোঁ। তথাপি তোমাক আকৌ পাব পাৰিলোঁ। আজি যদি মই মৰি যাওঁ, মই এই সান্ত্বনা লৈ মৰিম যে মই তোমাক ঘূৰাই পাইছিলোঁ।

সি অকণমান ৰয়। অলপমান হাঁহে আৰু কয়,—

এঘণ্টাৰ পাছত তোমাৰ আকৌ ভোক লাগিব জানো? ভাত ৰান্ধোতে মোৰ এঘণ্টা লাগে। যাম ভাত ৰান্ধিবলৈ?

এতিয়া ভাত ৰান্ধিবলৈ যাব নালাগে। এতিয়া কিয় পিছতো যাব নালাগে। আৰু মোৰ ভোক নালাগে খাইলৈকে। যিমান সময় মোৰ ওচৰত আছা, মোৰ ওচৰতে থাকা। মোৰ ওচৰৰ পৰা এক-নিমিষৰ বাবেও নাযাবা। মোৰ সময়েই বা কিমান?

তুমি মোৰ জীৱনৰ কথা কিমান জানা? মোবো এনেকুৱা হৈছিল। মা যেতিয়া মৰি গ'ল,—মোৰ চকুৰ আগতে মোৰ হাত খনত ধৰি মা মৰি গ'ল, মই একোকে কৰিব নোৱাৰিলোঁ। বাবাক হাতীয়ে গছকি মাৰিলে। বাবাক তুমি দেখা নাই। মানুহে বাবাৰ নাম কাঢ়ি কৈছিল, চেংমে মানুহ নহয়, চেংমে নিজেও এটা হাতী। ইমান শক্তিশালী আছিল বাবা। কিন্তু সেই মোৰ শক্তিমান বাবাক হাতীয়ে গছকি মাৰিলে। তাৰ পাছত মই ভাবিছিলোঁ এটা হাতীক মই মাৰিম আৰু তাৰ পাছত আনহাতীৰ গছকত মইও মৰিম। জঙ্গলে জঙ্গলে মই কম দিন ঘূৰা নাই। বনৰীয়া হাতীৰ পালৰ মাজলৈ মই সোমাই গৈছোঁ। কিন্তু হাতীক মই মাৰিব পৰা নাই। মই বাৰু কেনেকৈ হাতী এটাক মাৰিব পাৰিম? অথচ মই নিজে মৰাটো সহজ আছিল। কিন্তু হাতীয়ে মোক নামাৰিলে। মই ওচৰলৈ গলেও মোক একো নকৰিলে। দুই এটাই কেতিয়াবা শূৰ ডাঙ্গি দিছিল। শূৰত মই খাপ মাৰি ধৰিছিলোঁ, আৰু হাতীয়ে টানমাৰি এৰাই মোৰ ওচৰৰ পৰা গুচি গৈছিল। মইতো নমৰিলোঁ।

সি বহাৰ পৰা উঠি গৈ বাহিৰলৈ চাই থাকে। চিত্ৰাই কান্দে।

চকুলোৰে তাইৰ দুয়োখন গাল ভাহি যায়। সি বাহিৰলৈ চাই থাকি আকৌ কয়,

কিমানে মোক মৰম কৰিছে তাৰ অন্ত নাই। কিমানে খুৱাইছে, কিমানে পিন্ধিবলৈ দিছে, কিমানে মৰম মৰি মোক পঢ়ুৱাইছে। অথচ ইমান মৰম পোৱাৰ মোৰ কোনো যোগ্যতা নাছিল। মোক মৰম কৰিছিল মোক পুতৌ কৰি। নিৰাশ্ৰয় খাব নোপোৱা এটা ল'ৰা, গতিকে মোক আটায়ে মৰম কৰিছিল। কাৰো মৰমৰ ধাৰ মই এই জীৱনত সুজিব নোৱাৰোঁ। মই এই ঋণৰ বোজা লৈয়ে মৰিম। কিন্তু কাৰো মৰমে মোক অভিভূত কৰা নাছিল। কাৰো মৰমৰ বাবে মই ইমান বিয়াকুল হোৱা নাছিলোঁ। তোমাৰ মৰমে মোক অভিভূত কৰি পেলাইছিল। তোমাৰ মৰম পাবলৈ মই বিয়াকুল হৈছিলোঁ।

তুমি ভীষণ কথা কৈছা আজি। —চিত্ৰাই চকুৰ পানী মচি কয়। এখন্তেক তুমি মোৰ ওচৰত বহিবা ? তুমি মোৰ ওচৰত বহি থাকিলে মই যেন পৰম শান্তি পাওঁ, এনেকুৱা লাগিছে আজি। মই কৈছোঁ নহয় তুমি আজি মোক ভীষণ শাস্তি দিছা। ইয়াতকৈ মই মৰিযোৱা হলে ভাল আছিল। একমুহূৰ্ত্তৰ পাছত মোৰ অন্তৰৰ পোৰণি নাইকিয়া হৈ গ'লহেঁতেন। আহিবা এখন্তেক ?

কুৰ্ণোই তাইৰ ফালে চাই হাঁহে।

এখন্তেক কেলৈ ? মইতো সদায়ে তোমাৰ ওচৰত থাকিম। এদিন সমাজক ভয় কৰিছিলোঁ। সিদিনা মোৰ জীৱনৰ সকলো আশা মষিমূৰ হৈ গৈছিল। সিদিনা মই জানিছিলোঁ যে তোমাক পোৱাৰ মোৰ কোনো উপায়ে নাই। মোৰ জন্মই দুৰ্কপলীয়া, সেই বাবে মই তোমাক নাপাম। সেই মুহূৰ্ত্ততে মোৰ জী থকাৰ ইচ্ছা নোহোৱা হৈছিল। মই ভাবিছিলোঁ জীৱনত আৰু মোৰ কোনো কৰ্ত্তব্য নাই, আশাও নাই। আজি আৰু মই ভয় নকৰোঁ। আজি সমাজে বাধা দিবলৈ নাহে। আজি তুমি সম্পূৰ্ণ মোৰ।

চিত্ৰামণি চাট্ কৰে উঠি বহে।

কি কলা? তুমি মোক গ্ৰহণ কৰিবা? তুমি মোক কি অৱস্থাৰ পৰা উদ্ধাৰ কৰি আনিছিলা তুমি দেখা নাই? মোৰ এই দেহটোক কি কলঙ্কই ক'লা কৰি পেলাইছে তুমি দেখা নাই? মোৰ হাতৰ ছাল নাই, ভৰিৰ ছাল নাই তুমি দেখা নোপোৱা? হয়তো এশ জন মানুহে মোঁৰ দেহটো কলুষিত কৰি পেলাইছে তুমি নাজানা? তুমি লেখাপঢ়া কৰিছা। বাবাই কোৱা শুনিছোঁ তুমি ইমান জানা যে তোমাক পণ্ডিত বুলিব পাৰি। তুমি এইকণ কথা বুজি নোপোৱা যে মই আৰু মোৰ কোনো প্ৰিয়পাত্ৰৰ ওচৰলৈ যাব নোৱাৰোঁ? মোৰ বুকুৰ ডাগবোৰ কিহৰ তোমাক কৈ দিম নেকি? মোৰ উৰু আৰু পেটত কিহৰ ডাগ পৰিছে, কম নেকি তোমাক? মোৰ গালত—

তাইৰ চকুদুটা ইমান উদ্‌ভ্ৰান্ত হয় যে কুৰ্ণোৰ ভয় লাগি যায়। সি তাইৰ কথা শেষ হবলৈ নোপাওঁতেই, তাইক জোৰ কৰি শুৱাই দিয়ে। শুৱাই দি তাইৰ চুলিবোৰ পিটিকি দিয়ে। অলপ সময়ৰ বাবে তাই শ্ৰান্ত হৈ পৰি থাকে। উত্তেজনাত তাইৰ শৰীৰটো কঁপে। কিছু সময় তলকা মাৰি থাকি তাই আকৌ কয়,—

এটা কলঙ্কৰ বোজা হৈ মই তোমাৰ ওচৰলৈ নাহোঁ। তুমি মোক উদ্ধাৰ কৰিছা, তুমি মোক মাৰি পেলাবও পাৰা। কিন্তু তুমি মোৰ এই দেহটোৰ অধিকাৰী হব নোৱাৰা। তুমি মোৰ ওচৰৰ পৰা গলেই এই দেহটোক কি কৰিম, মই জানো, স্থিৰ কৰি থৈছোঁ। কিন্তু শেষ মুহূৰ্ত্তলৈ মোৰ এই সান্ত্বনা থাকিব, যে মোৰ এই অৱস্থাতো তুমি মোক ঘৃণা কৰা নাছিলা, তুমি মোক গ্ৰহণ কৰিব খুজিছিলা। এই দেহটোক মই নিজেই ঘৃণা কৰোঁ, নিজেই মই ইয়াৰ ওপৰত থু পেলাই দিওঁ। আৰু, তুমি? তোমাক মই কিমান যে ভাল পাওঁ! তোমাক দিম মই এইটো দেহ?

কুৰ্ণোই ধীৰে ধীৰে কয়,—

তুমি খোজ কাঢ়িব পাৰিবা? চাওঁ বাৰু পাৰানে নোৱাৰা। বাহিৰলৈ যাওঁ বলা। ঘৰৰ ভিতৰত গৰম লাগিছে। বাহিৰত বতাহ দিছে। যাবা?

তুমি যোৱা। মোৰ গাটোৰ বোধহয় গোন্ধ ওলাইছে। তুমি অলপ বাহিৰৰ পৰা আহা গৈ।

চিত্ৰা, তুমি বাৰে বাৰে একেটা কথাকে কৈ নাথাকিবা। তুমি জীৱনত দুখ পাইছা। এই দুখৰ সীমা নাই। এই যন্ত্ৰণা মানুহে বৰ্ণাই কব নোৱাৰে। কিন্তু, তুমি মোৰ। তোমাৰ দেহটোও মোৰ। তোমাৰ সকলোখিনি মোৰ। চাওঁ তোমাৰ মুখখন।

সি শুইথকা চিত্ৰাৰ মুখখন ডাঙ্গি তাৰ বুকুত লয়। চিত্ৰাই পাৰেমানে কান্দে। কান্দি কান্দি তাই কয়,—

বাবাৰ কথা তেনেই মিছা। তুমি পণ্ডিত নোহোৱা, তুমি মূৰ্খ। ইমান যদি তোমাৰ হাবিলাস, তেনে মই নমৰোঁ।, মই তোমাৰ হৈ থাকিম। মই খোজ কাঢ়িব পাৰিম কিজানি! কিন্তু মই খোজ কাঢ়িবলৈ যাম কিহৰ দুখত ? কিমান বাট তুমি মোক বোকোচাত তুলি আনিছা। এইবাৰো নিয়া। কিন্তু এইবাৰ বোকোচাত নিব নোৱাৰিবা, এইবাৰ কোলাত তুলি নিয়া। মই তোমাৰ বুকুতে মূৰটো থৈ যাম। মোৰ অতিপাত ভাগৰ লাগিছে। বাহিৰৰ পৰা আনি আকৌ তুমি মোক কোলাত লৈ শুৱাই থবা। আজিৰ পৰা জানিবা, মই তোমাৰ জীৱনত এটা মহা ভাৰ হৈ ৰলোঁ।

৫

কাকৰকান্দি তেনেই সৰু গাঁও নহয়। প্ৰায় দুশঘৰ মানুহৰ বসতি। ওচৰৰ প্ৰায়বিলাক গাঁৱেই কিন্তু সৰু। কাকৰকান্দিৰ ওচৰত পাইকপাৰা। পাইকপাৰাৰ গাতে লাগি আছে ৰাখালগঞ্জ। ৰাখালগঞ্জ পাৰ হৈ পোৱা যায় লক্ষ্মীগঞ্জ। লক্ষ্মীগঞ্জৰ পৰা কিছু দূৰত ফকিৰতলা। এই আটাইবিলাক গাঁও সৰু সৰু। কোনো এখনত পঞ্চাশ ঘৰ, কোনো এখনত ত্ৰিশ ঘৰ, আন কোনো এখনত হয়তো ষাঠি ঘৰ। তাৰ উপৰিও কাকৰকান্দিত ডাঙৰ দোকান আছে, পোষ্টাফিছ আছে, ডাঙৰ স্কুল আছে। কাকৰকান্দিত লেখাপঢ়া জনা মানুহ সৰহ। ওচৰত গাঁওবিলাকৰ স্কুলৰ মাষ্টৰবোৰ প্ৰায় ভাগেই এই গাঁওৰ।. আনকি কাকৰকান্দিৰ পৰা চহৰলৈ গৈ দুই এজনে বি-এ পাছ কৰিছে। এবাৰ এজনে তাৰ পৰা বি-এল পাছ কৰা কথা আছিল। দৈব দুৰ্বিপাকত তেওঁ পৰীক্ষাৰ আগতে ঢুকাল। তাৰ উপৰি এই গাঁও খনৰ ওচৰতে জুৰি এটা আছে। বাৰিষা হলে এই জুৰিদি নাও নিব পাৰি। জুৰিটো গৈ বহুত দূৰত ছিমছাং নৈত মিলিছে।

এইবোৰ কাৰণত কাকৰকান্দিৰ এটা খ্যাতি আছে, প্ৰতিষ্ঠা আছে। ওচৰৰ দহখন গাঁওৰ মানুহে ভালে সহায় আৰু বুদ্ধি বিচাৰি আহে। অইন গাঁওত হাই কাজিয়া হলে এই গাঁওৰ মানুহে বিচাৰ কৰে, আৰু সেই বিচাৰ সকলে মানি লয়। অইন গাঁওৰ মানুহে এইখন গাঁওৰ লগত কাজিয়া কৰিবলৈ সাহস নকৰে। কাকৰকান্দিৰ গিৰ্জ্জাটোও ডাঙৰ।

কিন্তু যি জুই জ্বলি উঠিল, তাক নুমাবৰ সাধ্য কাকৰকান্দিৰো নাইকিয়া হ'ল। বৰঞ্চ জুই জ্বলিল প্ৰথমতে ইয়াতেই। কাকৰকান্দিৰ বিস্তীৰ্ণ পথাৰৰ পৰা পকাধান নোহোৱা হ'ল। এই গাঁওৰ গোহালিৰ পৰা হালৰ বলধ চুৰি হ'ল। এই গাঁওৰ ছোৱালী বলপূৰ্ব্বক টানি নিলে। প্ৰথম ডকাইতি এই গাঁৱতে হ'ল। অইন গাঁৱত উপদ্ৰৱ হলে গোটেই কাকৰকান্দি জাগি উঠিব; কিন্তু কাকৰকান্দি বশ হলে, কাকৰকান্দি ধ্বংস হলে আন কোনে আগ বাঢ়িবলৈ সাহ কৰিব? সেই বাবে বোধহয় এই গাঁওতে অত্যাচাৰৰ অগণি প্ৰথমতে জ্বলি উঠিল।

আঘাতৰ পাছত আঘাত খাই কাকৰকান্দিৰ কোমৰ ভাগিল! চাৰিওফালৰ গাঁওৰ মানুহ অবাক বিস্ময়ত অভিভূত হৈ পৰিল। এনেকুৱা ঘটনা সিহঁতৰ জীৱনত কেতিয়াও হোৱা নাই। আজি দুবছৰ ধৰি দুই এটা ডকাইতি হয়, দুই এটা চুৰি হয়। কোনেও তাৰ বাবে বিশেষ একো নাভাবে। পৃথিবী স্বৰ্গ নহয়। ইয়াত ভাল মানুহ যেনেকৈ আছে বেয়া মানুহো আছে। গতিকে দুই এটা অঘটন পৃথিবীত চলিয়ে থাকিব। কিন্তু আজি এবছৰ ধৰি দুৰ্ঘটনাৰ সংখ্যা ক্ৰমাৎ বাঢ়ি গৈছে।

এবছৰৰ আগতে চিত্ৰামণিক বলপূৰ্ব্বক টানি লৈ গৈছিল। আজি পূৰা এবছৰ হ'ল। সেই সময়তে এটাৰ পাছত এটাকৈ এনেকুৱা কেইটামান ঘটনা ঘটিল যে ভয়ত মানুহৰ জীৱ উৰি গ'ল। এমাহৰ ভিতৰত বিভিন্ন গাঁৱৰ পৰা পোন্ধৰ বিশ জনী ছোৱালী নাইকিয়া হ'ল। চিত্ৰামণি ঘূৰি আহিল তিনিদিন পাছত। বাকীবিলাক ছোৱালীৰ ভিতৰত আৰু মাত্ৰ এজনী ছোৱালীক ঘূৰাই পোৱা গ'ল—পূৰা দুমাহৰ মূৰত। তাইৰ ওপৰত ইমান নিৰ্য্যাতন হৈছিল যে ঘৰলৈ আহি তাই তিনিমাহৰ বেছি জী থাকিব নোৱাৰিলে। তিনি মাহৰ মূৰত তাই মৰিল। বাকীবিলাক ছোৱালী কি হ'ল, কলৈ গ'ল, কোনেও আৰু কব নোৱাৰিলে। মানুহ ভয়ত পলাবলৈ ধৰিলে। সৰু সৰু গাঁওৰ পৰা মানুহ আহি ডাঙৰ গাঁওবোৰত জুম বান্ধি থাকিবলৈ ললে।

এনেতে দুমাহৰ পাছত হঠাৎ উপদ্ৰৱবোৰ বন্ধ হৈ গ'ল। মানুহে

আকৌ গৰু বাছুৰ লৈ পথাৰত ওলাবলৈ ধৰিলে। মাটিত চ' আৰম্ভ হ'ল। গৰু ম'হ যিমান আছিল,—আটাইবিলাক চহত লগোৱা হ'ল। দিনে ৰাতি মানুহে পথাৰত কাম কৰিবলৈ ধৰিলে। যিবিলাক পথাৰত পানী বেছি আছিল, তাৰ পৰা মানুহে পানী সিচি দিলে, যিবিলাকত পানী একেবাৰেই নাছিল, তালৈ পানী সিচি আনিলে। মানুহে অহোপুৰুষাৰ্থ কৰি পথাৰত খেতি আৰম্ভ কৰিলে।

স্কুলবিলাক প্ৰায় বন্ধ হৈ গৈছিল। দূৰৰ গাঁওৰ পৰা যিবিলাক শিক্ষক আহিব লগীয়া হয়, তেওঁলোকে অহা বন্ধ ক'ৰি দিছিল। কাৰণ, কেতিয়া কাৰ ওপৰত কি অত্যাচাৰ হয় কোনেও কব নোৱাৰে। বিশেষকৈ তিৰোতা শিক্ষিকা যি কেইগৰাকী আছিল, তেওঁলোকে অহাযোৱা একেবাৰে বন্ধ কৰি দিলে। ল'ৰা-ছোৱালীবিলাকো আহিব নোৱাৰা হৈছিল। স্কুলবোৰ আকৌ খুলিল। ল'ৰা-ছোৱালীবোৰ নিয়মমতে স্কুললৈ আহিবলৈ ধৰিলে। দূৰৰ শিক্ষক সকলে চাইকেলত উঠি নিৰ্ভয়ে স্কুললৈ অহাযোৱা আৰম্ভ কৰিলে।

কাকৰকান্দিৰ হাইস্কুল খুলিল। হাইস্কুল খনৰ টিনৰ ঘৰ আছিল দুটা, খেৰৰ ঘৰ এটা। এই খেৰৰ ঘৰটো কোনোবাই পুৰি দিছিল। মানুহে এই খেৰৰ ঘৰটো আকৌ নতুনকৈ সাজিলে। হেডমাষ্টৰে তেওঁৰ নিজৰ অফিছটো এই খেৰৰ ঘৰটোলৈ লৈ গ'ল। ছোৱালীবোৰে স্কুললৈ অহা একেবাৰে বন্ধ কৰি দিছিল। সিহঁতে ধৰিবলৈ গলে ঘৰতে বন্ধ হৈ আছিল। দলবান্ধি সিহঁতে জুবিৰ পৰা পানী নিয়ে, আৰু ঘৰতে বহি উৰালত ধান বানে। সিহঁতৰ বাবে বাহিৰৰ সকলো কাম বন্ধ হৈ গৈছিল। আনকি—ককিৰতলাৰ মাইনৰ স্কুলখনো বন্ধ হৈ আছিল। জীৱনত নিৰপত্তা নাথাকিলে পঢ়া শুনাৰ পৰা কি লাভ হব? আৰু পঢ়িশুনি কি কাম কৰিব! লাহে লাহে ভয়ে ভয়ে মাইনৰ স্কুলখন আৰম্ভ হ'ল। লাহে লাহে ভয়ে ভয়ে হাইস্কুলখনো আকৌ আৰম্ভ হ'ল। ল'ৰা-ছোৱালীবিলাকে পঢ়াত মন দিলে। কিতাপৰ দোকানীবিলাকে আকৌ কিতাপ বহি দোকানলৈ আনিলে।

গৰু ম'হৰ গাড়ীবোৰ পৰি আছিল। ধুৰাত লগোৱা মৰাপাটবোৰ শুকাই জুমুঠিৰ দৰে হৈ গৈছিল। গাড়ী চলোৱা বন্ধ হৈ গৈছিল। আবেলি অবসৰ সময়ত মানুহে লাহে লাহে চকাবোৰ ধুৰাৰ পৰা খুলিলে। নতুন মৰাপাট আনি কেৰাচিন তেলত তিয়াই নতুনকৈ আকৌ ধুৰাত বান্ধিলে। কিছুমানৰ আকৌ গাড়ী চলোৱাত বৰ চখ। তেওঁলোকে ট্ৰাকৰ ড্ৰাইভাৰৰ পৰা পোৰা ম'বিল যোগাৰ কৰে। মৰাপাটবোৰ পোৰা ম'বিলত তিয়াই আৰু তাৰ পাছত ধুৰাত বান্ধে। ম'বিলত তিয়াই মৰাপাট ধুৰাত বান্ধিলে চকাবোৰ বেছি আয়াসত ঘূৰে; গাড়ীখনো বেছি জোৰে যায়। সিহঁতে চকাৰ কাঠবিলাকত নতুনকৈ ৰং দিয়ে, গাড়ীৰ ওপৰত থকা বাহৰ ছাংখনো মেৰামত কৰে; আৰু ছৈখন বাতিবুতি ধুনীয়া কৰে।

গাড়ীটনা গৰু-ম'হবোৰক নতুনকৈ আদৰ যত্ন কৰিবলৈ মানুহবিলাকে আৰম্ভ কৰে। বলধৰ কান্ধবিলাক চোৱাৰ সময় আৰু আগ্ৰহ নোহোৱা হৈছিল। সিহঁতে বলধ আৰু ম'হ বিলাকক গা ধুৱালে, কান্ধৰ খৰ আৰু ঘাঁ বিলাকত দৰৱ দিলে, আৰু তেলদি চিক্‌চিকীয়া কৰি পেলালে। বলধবিলাকৰ শিঙতো তেল দিলে, আৰু গলধনত চপৰিয়াই সিহঁতৰ শক্তিৰ উমান লৈ গাড়োৱানবিলাকে হাঁহিলে। আৰু কেইদিন? পথাৰত ধান পকিব, গাঁৱে গাঁৱে বেহাবেপাৰ চলিব, ঘৰৰ বোৱাৰী ছোৱালী গাড়ীত উঠি গীত গাই গাই পথাৰলৈ যাব। বলধ আৰু ম'হৰ ডিঙিৰ ঘণ্টাবোৰ বাজিব; নতুন ছৈ দিয়া, নতুনকৈ তেলদিয়া গাড়ীবোৰ কেৰ্‌কেৰ্ নকৰাকৈ গাঁৱৰ বাটেদি দৌৰিব; গাড়োৱানবিলাকৰ হাত লগা মাত্ৰকে নেজবিলাক অকণমান ডাঙি দি বলধবিলাকে গাড়ীবোৰ উৰাই লৈ যাব। ম'হবিলাকৰ মনৰ কথা ধৰিব নোৱাৰি, কিন্তু বলধবিলাকে যেন কথা কয়। সিহঁতৰ গাত হাত দি মৰম কৰা মাত্ৰকে সিহঁতে বুজি পায়। সিহঁতে মুৰটো ডাঙি সিহঁতৰ গিৰিহঁতৰ মুখলৈ চায়, আৰু গিৰিহঁতৰ মনৰ কথা বুজি পাই, মুৰটো অকণমান লৰাই ডিঙিৰ ঘণ্টা বজাই দিয়ে।

গাড়োৱানবিলাকে ম'হৰ ডিঙিৰ দীঘল দীঘল ঘণ্টাবোৰ, আৰু বলধৰ ডিঙিৰ ঘণ্টাবোৰ ঘহি মাজি চিকচিকীয়া কৰে, ঘণ্টা লগোৱা পুৰণি ৰচিবোৰ সোলোকাই নতুন ৰচি লগাই দিয়ে।

গাঁৱৰ দীঘল ঢোলবোৰত মকৰাৰ জাল লাগি গৈছিল। কোনে আৰু গান গাব, কোনে ঢোল বজাব, কোন ছোৱালীয়ে নাচিব! মনৰ আতঙ্কত অন্তৰৰ গানবোৰ জমি গৈছিল। মানুহে লাহে লাহে আটালৰ পৰা ঢোলবোৰ নমালে। ঢোলৰ গাৰ চামৰাৰ ৰচিবোৰ টানি টানি ঠিক কৰিলে, আৰু দুই এটা চাপৰ দি সুৰ ঠিক কৰিবলৈ ধৰিলে। আৰু কেইদিন? পথাৰৰ শস্যবোৰ কাটি আনি চপাব পাৰিলেই গাঁৱে গাঁৱে ঢোল বাজিব। ঢোলৰ চেঁৱে চেঁৱে ছোৱালী নাচিব, মানুহৰ হাঁহিবোৰ জুৰিব পাৰলৈ উটি উটি যাব।

ইতিমধ্যে ভঁৰালঘৰবোৰ মানুহে ঠিক কৰি লয়। থকাঘৰবোৰ মেৰামতি কৰাৰ আগেয়ে ভঁৰালবোৰ ঠিক কৰে। মানুহ থকাৰ বন্দোবস্ত যেই সেই সময়তে হব, এদিন তিতিলেও একো ক্ষতি নাই। কিন্তু ভঁৰালত থোৱা ধানবোৰ যদি তিতি যায়, তেনে গোটেই মানুহখন খাবলৈ নাপাই শুকাই মৰিব। ল'ৰা-ছোৱালীৰ মুখত দিবলৈ ভাত নাইকিয়া হব। সেইবাবে সিহঁতে প্ৰথমতে ভঁৰালবোৰ ঠিক কৰে। ভঁৰালৰ তলৰ পচা কাঠবোৰৰ ঠাইত নতুন টান কাঠ লগায়, চালবোৰত নতুন খেৰ দিয়ে।

পথাৰৰ ধানবোৰ ঠন ধৰি উঠে। কেৰাখন গাঁওৰ মাজৰ বিস্তীৰ্ণ পথাৰ। এই বিস্তীৰ্ণ পথাৰজুৰি ধানৰ খেত। কুমলীয়া সেউজীয়া ধানবোৰ বতাহত অকণি অকণি লৰে। গোটেই পথাৰখনতে ঢৌ খেলি যায়। কুমলীয়া ধানৰ কেচা গোন্ধ চাৰিওফালে বিয়পি পৰে। খেতিয়কবিলাকে ধানৰ ওচৰে পাজৰে ঘূৰি ফুৰে, গৰু ছাগলী বোৰ খেদে, আৰু ধানৰ গুৰিৰ বনবোৰ আঁতৰাই দিয়ে। ছোৱালী বিলাকে পিঠিৰ হোৱা মাটিত নমাই থৈ সেউজীয়া পথাৰলৈ চাই থাকে; জুৰিব পাৰলৈ ধানৰ মৃদু গোন্ধবোৰ ভাহি আহে। সিহঁতে কলহত

পানী ভৰাবলৈ পাহৰি গৈ সেউজীয়া বিস্তীৰ্ণতাৰ ফালে চাই থাকে, ধানৰ ধীৰ মৃদু কঁপণিবোৰ উপলব্ধি কৰে, ঢৌৰ পাছত ঢৌবোৰ হিচাব কৰে, পৰম সন্তোষত চকুবোৰ মুদি দিয়ে।

ধানবোৰ লাহে লাহে ডাঙৰ হয়। গুৰিৰ চলচলীয়া পানীবোৰ ৰ'দত জিলিকে, পানীৰ ওপৰত অকণি অকণি মাছবোৰে জপিয়ায়। ধানৰ গুৰিবোৰ শকত হয়, পাতবোৰ দীঘল হয়, গাটো ডাঙৰ হবলৈ ধৰে। অগণন ধানৰ বীজবোৰ পেটত লৈ ধানৰ গছবোৰ ফুলিবলৈ ধৰে। পেটবোৰৰ পৰা দুই এটা শিহ জন্ম লয়। গোটেই গাতে কুমলীয়া ধানবোৰ লৈ শিহবোৰ বাঢ়িবলৈ ধৰে; আৰু শুংবোৰ গজি উঠি ধানবোৰক আগুৰি পেলায়। কলি ধানবোৰৰ ভিতৰত বগা পাতল গাখীৰ। সন্তানক খুৱাবলৈ মাকৰ পিয়াহত হোৱা গাখীৰৰ দৰে, ধানৰ তুঁহবোৰৰ ভিতৰত পাতল বগা গাখীৰ, মুখত দিলে মিঠা লাগে। দিনে দিনে পাতল গাখীৰবোৰ ডাঠ হৈ আহিব। ডাঠ হৈ হৈ গাখীৰবোৰ গোট মাৰিব। গোটমাৰি মাৰি মাৰি এই পাতল গাখীৰবোৰ চাউল হব। ধানবোৰ পকিব, চাউলবোৰ টান হৈ আহিব। ধৰণীৰ বুকুৰ গাখীৰ ধানৰ গছলৈ আহিব; ধানৰ গছত মাতৃৰ গাখীৰ আহি ভৰি পৰিব; গাখীৰৰ ভৰত, মাতৃৰ পিয়াহৰ শিৰৰ দৰে, ধানৰ শিৰবোৰ ফুলি উঠিব। পিয়াহৰ পাতল বগা গাখীৰবোৰ টান হৈ গোট মাৰিব, অন্ন হব। পৃথিবীৰ সন্তানবিলাকে এই অন্নৰ মাজেদি মাতৃৰ পিয়াহ খাই জী থাকিব।

এদিন আবেলি অকস্মাৎ কাকৰকান্দিৰ আনন্দ উৎসব বন্ধ হৈ গ'ল। গোটেই গাঁওখন স্তম্ভিত হৈ গ'ল। ফকিৰতলাত সৰুবজাৰ এখন আছিল। সপ্তাহত দুদিন হাট বহে। হাটৰ ওচৰতে কেইখন মান সৰু দোকান। সেই খিনিয়েই ফকিৰতলাৰ বজাৰ। সপ্তাহটোত দুদিনৰ বাহিৰে বাকী কেইদিনত কিনাবেচা নাই বুলিলেও হয়। কেৰাচিন, নিমখ, তেল এনেকুৱা দুই এটা বস্তুৰ বাহিৰে আন দোকানৰ বস্তুবিলাক বিক্ৰী হয় হাটৰ দিনাখন। মুঠতে দোকান চাৰিখন। এখনৰ বাহিৰে বাকী তিনিওখন দোকানৰ ঘৰদুৱাৰ নগণ্য। এখনৰ

মাথোন অলপ উন্নত ধৰণৰ ঘৰ। হাটৰ ওচৰতে দোকানবোৰ বন্দোৱা হৈছিল বাবে গাঁওখনৰ এমূৰত আছিল আটাই কেইখন দোকান। ডাঙৰ দোকানখনৰ মালিক জগমোহন হাজং। এদিন ৰাতি দোভাগত আটাই কেইখন দোকানত একেসময়তে জুই জ্বলি উঠিল। টোপনিৰ পৰা সাৰ পাই হঠাৎ মানুহবিলাকে ধৰিবই নোৱাৰিলে ক'ত কি হ'ল। চাই থাকোঁতে নিমিষৰ ভিতৰতে চাৰিওখন দোকান পুৰি ভস্মীভূত হৈ গ'ল। জগমোহনে মাত্র দুদিন আগতে দোকানলৈ দুহাজাৰমান টকাৰ নতুন কাপোৰ আনিছিল। কাপোৰবোৰ পুৰি যোৱাৰো কোনো চিন পোৱা নগ'ল, বিচাৰিও পোৱা নগ'ল। সকলোৱে এইটোকে স্থিৰ কৰিলে যে কোনোবাই কাপোৰখিনি আগেয়ে আঁতৰাই লৈ পাছত ঘৰত জুই দিছে। তেওঁৰ গাই দামুৰি এযোৰ আছিল। দুয়োটা বান্ধি থোৱা আছিল দোকান ঘৰৰ বাহিৰৰ খুটিত। গাইজনী কিবাকৈ বান্ধ মোকোলাই পলাই সাৰিল, কিন্তু দামুৰিটো জুইত পুৰি মৰিল। দুখীয়া মানুহৰ সাধাৰণ দোকান। গতিকে দোকানবোৰ পুৰি যোৱাত সিহঁত বাটৰ ভিকহু হৈ পৰিল। সিহঁতৰ লগতে গোটেই গাঁওখনৰ মানুহে কান্দিলে। কিন্তু জগমোহনৰ ল'ৰা-ছোৱালীৰ কেইটাৰ কান্দোনে সকলোকে চেৰ পেলালে। জগমোহনৰ ঘৈণীয়েক নাই, ল'ৰা-ছোৱালী কেইটাকে লৈ দোকান চলাই থাকে আৰু সিহঁতক স্কুলত পঢ়ায়। দামুৰিটোৰ অৱস্থা দেখি সিহঁতে এনেকুৱা কান্দোন আৰম্ভ কৰিলে যে সেই ঠাইত আৰু মানুহ তিষ্ঠা টান হৈ পৰিল। সিহঁতৰ কান্দোন আবেলিলৈ থাকিল। কিন্তু গাইজনীৰ বাবে কোনেও সিদিন নিশা শুব নোৱাৰিলে। গাইজনীয়ে গোটেই ৰাতি হেম্বা হেম্বা কৰি চাৰিওফালে দামুৰিটো বিচাৰি ফুৰিলে। স্তব্ধ অন্ধকাৰ নিশা, পুৰি যোৱা ঘৰৰ ছাইবোৰৰ মাজৰ পৰা হোৱা দুই এটা ফট্‌ফট্ শব্দ, আৰু গাখীৰৰ ভৰত লৰিব নোৱাৰা গাই এজনীৰ চকুলোৰে ভৰা হেম্বেলনি। অকাৰণ ভয়ত গাঁওৰ মানুহখিনিয়ে ঘৰৰ ভিতৰত টোপনিতে কঁপি কঁপি উঠে।

একেদিনাখনেই ৰাতি পাইকপাৰাত ডকাইতি হ'ল। পাইকপাৰাৰ ৰঘুনাথ দালু সমৃদ্ধিশালী লোক। ৰঘুনাথৰ বয়স ত্ৰিশমান হব। সি বিয়া কৰাবৰ তিনি বছৰ হৈছে মাথোন। ঘৈণীয়েকৰ কোলাত এটি কেঁচুৱা। কিন্তু ঘৈণীয়েকলৈ চাবলৈও তাৰ সময় নাই, কেঁচুৱালৈ চাবৰো সময় নাই। সি খেতি আৰু ব্যৱসায় দুয়োটো একেলগে কৰে। তাৰ ম'হ এহাল বলধ এহাল। বলধ হালেৰে সি চহ কৰে, আৰু ম'হ হালেৰে গাড়ী টানে। দুপৰীয়ালৈ পথাৰত খেতি কৰি আবেলি সি গাড়ীখন লৈ ওলাই যায়। আলু, কচু, কপাহ, লাউ, বেঙেনা যেতিয়া যি পায়, তাকে সি গাড়ীত বোজাই দি লৈ যায়, আৰু অহাৰ সময়ত দোকানৰ বাবে নানা বস্তু লৈ আহে। তাৰ নিজৰ দোকান নাই। দোকান চলাবলৈ মানুহো নাই। তাৰ ঘৰদুৱাৰবোৰ ডাঙৰ আৰু মজবুত। গোটেই বছৰতে ভৰাল ধানে পূৰ হৈ থাকে। ঘৈণীয়েকৰ সোণৰ অলঙ্কাৰ যিমান আছে—ওচৰৰ পাঁচখন গাঁওত কাৰো সিমান অলঙ্কাৰ নাই। নগদ টকাও যথেষ্ট। ধানে সোণে টকাই, গৰুৱে ম'হে, ঘৰে দুৱাৰে ৰঘুনাথ আঢ্যবান লোক।

যিবিলাকে ডকাইতি কৰিবলৈ আহিছিল, সিহঁতৰ হাতত দুটা বন্দুক আছিল। বাকীবিলাকৰ হাতত দা, যাঠি আৰু লাঠি। দহজন মানুহে আহি ৰঘুনাথৰ ঘৰ আগুৰি ধৰিলে। তেতিয়া ৰাতি বাৰটা কি এটা। ৰঘুনাথ সাহসী লোক। সি দা এখন আৰু টাঙোন লৈ আহি ভেটা দিলে। ডকাইতৰ দলৰ বন্দুকৰ প্ৰয়োজন নহ'ল। ৰঘুনাথৰ ঘৰৰ চাকৰটোৱেও দা যাঠি লৈ ওলাই আহিল। কিন্তু সিহঁতে বিশেষ একো কৰিব নোৱাৰিলে। দুজন মানৰ গাত লাঠিৰ কোব পৰিল। কিন্তু সিহঁত দুয়োকে কোবাই দলটোৱে বগৰাই পেলালে। ৰঘুনাথৰ মূৰ ফাটি তেজ ওলাবলৈ ধৰিলে আৰু সি অজ্ঞান হৈ পৰিল। চাকৰটোৰ হাতভৰি বোধহয় ভালকৈয়ে কোঙা হৈ গ'ল। ডকাইত বিলাকে ঘৰৰ ভিতৰত সোমাই টকা সোণ বিচাৰিবলৈ ধৰিলে। ৰঘুনাথৰ ঘৈণীয়েকে এটা চিঞৰ মাৰিয়ে মূৰ্চ্ছা গৈছিল। সিহঁতে

অনায়াসে টকাকড়ি আৰু অলঙ্কাৰখিনি গোটাই ললে। আনকি ঘৈণীয়েকৰ গাত যিখিনি গহনা আছিল, সিও বাদ নপৰিল। ৰঘুনাথৰ জ্ঞান ফিৰি অহা মাত্ৰকে সি দাখন হাতত লৈ বাহিৰ ওলাই আহিল। মূৰৰ তেজ তেতিয়াও তাৰ গালেদি বৈয়ে আছে। সি জানে যে তাৰ যথা সৰ্ব্বস্ব গৈছে, তথাপি ধন সম্পদৰ কথা তাৰ মনলৈ নাহে। তাৰ মনলৈ আহে এটা অপৰিসীম ক্ৰোধ আৰু প্ৰতিহিংসা। সি এখন্তেক চাৰিওফালে চালে, পাগলৰ দৰে ঘূৰি ফুৰিলে। তাৰ পাছত তাৰ মনত পৰিল তাৰ ঘৈণীয়েকলৈ আৰু কেঁচুৱাটিলৈ। সি ঘৰলৈ লৰ মাৰিলে, আৰু বাটে বাটে প্ৰতিজ্ঞা কৰি গ'ল—সি এদিন ইয়াৰ পোতক তুলিব।

লক্ষ্মীগঞ্জৰ কথা শুনি মানুহে একেবাৰ অবাক হৈ গ'ল। কোনো ধন-সোণৰ লালসা নাই, সা-সম্পত্তিৰ বাবে লোভ নাই, তথাপি কিয় এনেকুৱা হ'ল। হৰেন বিছিল সাধু মানুহ। তেওঁ ওচৰতে এখন পাঠ-শালা খুলি তাৰে মাষ্টৰ হৈছে। পাঠশালাখনৰ লগতে এটা সাধাৰণ পাঠাগাৰ। হৰেনে ইফালে সিফালে যেতিয়াই যলৈকে যায় তাৰ পৰা কিতাপ যোগাৰ কৰে, আৰু সেই পাঠাগাৰত দিয়ে। দিনৰ দিনটো পাঠশালাখনতে ল'ৰা-ছোৱালী পঢ়ায়, আৰু সন্ধিয়া সময়ত পাঠাগাৰলৈ গৈ নিজেও পঢ়ে আনকো পঢ়ায়। ৰাতি হলে ভনীয়েক ডোবাই যি দুটিমান দিয়ে তাকে খাই শুই থাকে। আটাইবোৰ মানুহে তেওঁক শ্ৰদ্ধা কৰে, কাৰণ তেওঁ সততা আৰু সাধুতাৰ প্ৰতিমূৰ্ত্তি। তেওঁ কালৈকো ভয় নকৰে আৰু তেওঁৰ ছাত্ৰছাত্ৰীকো শিকায় ভয়ক জয় কৰাৰ একমাত্ৰ উপায় হ'ল ভয়লগা কামবোৰ কৰি থকা।

গতিকে হৰেন বিছিলক সকলোৱে ভাল পায়। সকলোৱে ভাল পোৱা বাবেই আকৌ কৰ্ত্তৃপক্ষৰ মানুহে বিছিলৰ ওপৰত চোকাদৃষ্টি ৰাখে। কেৱল বিছিল কিয়,বিছিলৰ পাঠশালাৰ ল'ৰা-ছোৱালী বিলাকৰ সম্বন্ধেও কৰ্ত্তৃপক্ষ সজাগ থাকে। আটাইবোৰ মানুহে বিছিলৰ কথা মানি চলক, এই অৱস্থা সকলোৱে আকাঙ্ক্ষা নকৰে। অথচ তেওঁৰ কোনো উচ্চাশা নাই এই কথাও মানুহে জানে। বিছিলৰ একমাত্ৰ উদ্দেশ্য

তেওঁৰ পাঠশালা আৰু পাঠাগাৰ গঢ়ি তোলা। এইহেন যে বিছিল, যাৰ উচ্চ আকাঙ্ক্ষা নাই, যি সাধাৰণ এখন পাঠশালা লৈ ব্যস্ত, তেওঁৰ ওপৰত মানুহৰ আক্ৰোশ হব কোনে জানে। অথচ পাইকপাৰাত ডকাইতি হোৱাৰ পাছদিনা খন ৰাতি হৰেন বিছিলৰ নিজৰ থকা ঘৰ, তেওঁৰ পাঠশালা আৰু পাঠাগাৰ পুৰি ভস্মীভূত হৈ গ'ল।

হৰেনে সাৰ পাই চকু মোহাৰিয়ে দেখিলে চাৰিওফালে জুই। তেওঁৰ থকা ঘৰটো জুইয়ে চানি পেলাইছে। কিন্তু তেওঁ আৰু এক মুহূৰ্ত্তও অপেক্ষা নকৰিলে। ওচৰতে থকা পাঠাগাৰটোলৈ তেওঁ পাৰেমানে দৌৰিলে। কিন্তু সেইখিনি পাইয়ে দেখিলে তেওঁৰ পাঠাগাৰ পুৰি শেষ হৈ গৈছে আৰু পাঠশালাটোৰ ঘৰৰ মুধেদি জুই ফাটি ওলাইছে। তেওঁৰ ইচ্ছা হ'ল যেন তেওঁ কান্দিব কিন্তু তেওঁৰ চকুৰপানী নোলাল। জ্বলন্ত জুইৰ মাজেদি তেওঁ দেখিলে তেওঁৰ পাঠাগাৰটোৰ ভিতৰত আলমাৰিবিলাক পুৰি গৈছে, কিতাপবোৰ ছাই হৈ গৈছে। ভিতৰলৈ গৈ তেওঁ নিজে পুৰি মৰিব পাৰিব কিন্তু এখন কিতাপো বচাব নোৱাৰে। প্ৰতিখন কিতাপৰে ইতিহাস তেওঁ জানে। দহখন কিতাপ তেওঁক দিছিল ৰেভাৰেণ্ড মাইকেলে, কুৰিখন তেওঁ এবাৰ টাউনৰ ভদ্ৰলোকবিলাকৰ পৰা খুজি খুজি আনিছিল, পাঁচখন গাঁওৰে এখন বিয়াত দৰাৰ পৰা আদায় কৰিছিল। কিন্তু তেওঁ আৰু ভাবিবলৈ সময় নাপায়। তেওঁৰ মনত পৰে ডোৱালৈ। ডোৱা শুই আছিল ঘৰৰ ভিতৰতে। হৰেন ঘৰৰ পৰা ওলাই অহাৰ সময়ত ডোৱাৰ কোনো শব্দ তেওঁ পোৱা নাই। হয়তো তাই দোৰ্ঘোৰ টোপনিত আছিল; হয়তো তাই আগেয়ে ওলাই গৈছিল। অথচ ডোৱাই আগেয়ে গম পোৱা হলে পোন প্ৰথমে তাই হৰেনক মাতিলেহেঁতেন। হৰেনৰ গাটো কঁপি উঠে। ঘৰৰ পৰা এটা বস্তুও তেওঁ উলিওৱা নাই। আৰু তেওঁ ঘৰৰ পৰা ওলাবৰ সময়ত তেওঁ দেখি আহিছে গোটেই ঘৰটোতে জুই লাগিছে।

তেওঁ ঘৰৰ ফালে দৌৰিলে। আহি দেখিলে, তেওঁৰ ঘৰৰ আগত

মানুহ জুম পাতি আছে কাৰো মুখত কথা নাই, কোনো চিঞৰ বাখৰ নাই। সিহঁতৰ সন্মুখত হৰেনৰ পুৰিযোৱা ঘৰটো। কেইডালমান খুটি আধাপোৰা হৈ ঠিয় হৈ আছে, তাৰ বাহিৰে একো নাই, কেৱল ছাই। হৰেনৰ গাৰ শক্তিবোৰ হঠাৎ যেন নাইকিয়া হৈ যায় আৰু যেন খোজ কাঢ়িব নোৱাৰে, তেওঁৰ বুকুখন কঁপিবলৈ আৰম্ভ কৰে। দুই এখোজকৈ কোনোমতে আগবাঢ়ি আহি তেওঁ দেখে চাৰিওফালে তেজ। এখন ঢাৰিৰ ওপৰত ডোৰা শুই আছে আৰু, মানুহবিলাকে কুকুৰা কাটি কুকুৰাৰ তেজ তাইৰ গাত দিব ধৰিছে। হৰেনে একমুহূৰ্ত্ততে কথাবোৰ বুজি পায়। ওচৰলৈ আহি তেওঁ দেখা পায় ডোৰাৰ গাটো পুৰি ডেই গৈছে। অথচ মুখখন পোৰা নাই। মুখখনৰ ফালে চালে ধাৰণা হয় যেন তেওঁৰ একো হোৱা নাই, অথচ গোটেই গাটো পুৰি গৈ কেচা মঙহবোৰ ওলাই আছে। হৰেনে অৱস্থাটো বুজি পায়। তাই বোধহয় ওলাই আহিবৰ বাবে চেষ্টা কৰিছিল, বোধহয় প্ৰায় ওলাইছিলেই। হঠাৎ জ্বলন্ত কিবা এটা আহি গাত পৰিলত তাই বাগৰি গ'ল। ওচৰৰ দুই এজন মানুহেও তাকেই কলে। কেইমিনিটমান আগেয়ে আহি-পোৱা হলে, তাইক পুৰিব নোৱাৰিলেহেঁতেন। হৰেনে চিঞৰি উঠি কলে,—

মোৰ লগত আৰু এজন কোনোবা ওলাবা? ইয়াৰ পৰা কাকৰ-কান্দিৰ হাস্পাতাল মাত্ৰ চাৰি মাইল দূৰ। এই মুহূৰ্ত্ততে বলা।

ওচৰতে বহি থকা বুঢ়া মোনেনে লাহেকৈ উঠি আহি হৰেনৰ কান্ধত ধৰিলে। হৰেনে তেওঁৰ ফালে ঘূৰি চাই কলে,—

তুমি যাবা? তুমি—

তেওঁৰ মুখৰ কথা বন্ধ হৈ গ'ল। বুঢ়া মোনেনৰ চকুলৈ চোৱা মাত্ৰকে হৰেনে বুজি পালে ডোৰা আৰু নাই, ডোৰা মৰি গৈছে। এই দুৰ্ঘটনাৰ মাজত হৰেনে এই প্ৰথমবাৰ কান্দিলে। ডোৰাৰ মূৰটোত ধৰি হৰেনে পাৰেমানে কান্দিলে। মোনেনে হৰেনৰ ওচৰতে বহি হৰেনক বুজালে,—

হাস্পাতাললৈ ডোবাক লৈ যাব নোৱাৰিলা বাবে দুখ নকৰিবা। জী থাকিলেও তাই চিৰদিন যাতনা পালেহেঁতেন। তাতকৈ মৰি গৈ তাই মুক্তি পালে।

অকণমান সময় মনে মনে থাকি, নিজৰ চকুলোবোৰ মচি তেওঁ আকৌ কয়,—

তুমি পণ্ডিত মানুহ, তোমাক কি বুলি বুজ দিম। ডোবা জুইত পুৰি মৰিল। পাঠাগাৰ—পাঠশালা জুইয়ে পুৰি শেষ কৰিলে। দোকান পোহাৰবোৰ জ্বলিবলৈ আৰম্ভ কৰিছে। জুইয়ে আমাক চাৰিও পিনৰ পৰা আগুৰি ধৰিছে। আমি আটায়ে পুৰি শেষ হৈ যাম। আমাৰ ল'ৰা-ছোৱালী, ভাই-ভনী, ঘৰৰ তিৰোতা আটাইবোৰ পুৰি শেষ হৈ যাব। এই জুই হঠাৎ জ্বলি উঠা জুই নহয়। ডোবাক জুইয়ে পুৰি মাৰিলে। সেয়া নোহোৱা হলেও ডোবাৰ ৰক্ষাৰ উপায় নাছিল। চিত্ৰামণিৰ কি হৈছিল? ডোবাবো সেয়ে হ'লহেঁতেন। মোৰ ছোৱালীজনীবো সেয়ে হব। জুইয়ে আমাক আগুৰি ধৰিছে। ফকিৰতলা, পাইকপাৰা, লক্ষ্মীগঞ্জ—আৰু যিমান গাঁও আছে, আটাইবিলাক পুৰি যাব। কেৱল পুৰিযোৱা হলে কথা নাছিল। পুৰিযোৱা ঘৰ মানুহে সাজি লয়। আমিও নতুনকৈ সাজিলোঁহেঁতেন! কিন্তু ঘৰবিলাকৰ লগতে আমিও পুৰি যাম। পুৰিযোৱাৰ পাছত আমাৰ গাৰ কেচা মঙহবোৰ ওলাই পৰিব, আৰু জীয়াই জীয়াই আমাক কাউৰী শগুণে খুটি খুটি খাব। ডোবাই মৰিগৈ মুক্তি পালে। আমাৰ ভাইভনী, ছোৱালী তিৰোতাৰ কপালত হয়তো সেই ভাগ্য নাই।

ডোবাৰ কবৰৰ ওচৰত শশ মানুহ ভৰি পৰে। লক্ষ্মীগঞ্জৰ ল'ৰা-ছোৱালী, বুঢ়া-বুঢ়ী কোনেও আৰু ঘৰত নাথাকে। আটাইবোৰে আহি ডোবাৰ কবৰৰ চাৰিওফালে ঠিয় দি থাকে। জীয়াই থকা কালডোখৰত ডোবাই প্ৰতিঘৰ মানুহৰ তালৈ গৈছিল। ল'ৰা-ছোৱালীৰ অসুখ হলে ডোবাই সিহঁতৰ পৰিচৰ্য্যা কৰিছিল। মানুহ দুখত পৰিলে তাই সান্ত্বনা দিছিল, কাৰবাৰ ঘৰত চাউল নাথাকিলে তাই কৰবাৰ পৰা সংগ্ৰহ

কৰি নি চাউল দিছিল। মানুহবোৰ অবাকহৈ গৈছিল, যিদিনা ডোবা মোডিৰ ঘৰলৈ গ'ল।

মোডিৰ কুষ্ঠ হৈছিল। ঘৰৰ ল'ৰা তিৰোতাই মোডিক ঘৰৰ পৰা বাহিৰ কৰি দিলে। মোডিয়ে অকণো খং নকৰিলে। বৰঞ্চ তাক ঘৰত ৰাখিব নালাগে এই কথা মোডিয়ে নিজে তাৰ ল'ৰা তিৰোতাক কলে। তাৰ ল'ৰাজনে মোডিৰ বাবে গাঁওৰ এমূৰে এটা ঘৰ সাজি দিলে। মোডি তাতে থাকে। দুই তিনিবছৰ তেনেকৈয়ে যায়। তাৰ খোৱা লোৱাৰ চিন্তা নহয়। সি নিজে ৰান্ধিবাঢ়ি কিবাকৈ খায় আৰু মৃত্যুৰ দিন গণে। কিন্তু মৃত্যু নাহে, আহে তাৰ যাতনা। তাৰ হাতৰ আঙুলিবোৰ এটা এটাকৈ খহি পৰে। তাৰ আটাইতকৈ কষ্ট হয় এই সময় খিনিত। আঙুলি নোহোৱা হাতেৰে সি কিছুদিনৰ বাবে কোনো কাম কৰিব নোৱাৰা হয়। ছমাহৰ পাছত আঙুলিবোৰ নোহোৱা সত্বেও কাম কৰাৰ কিটিপবোৰ সি আয়ত্ত কৰি লয়। এই ছমাহ ডোবাই তাক চায়।

মোডি নিজে আচৰিত হৈ গৈছিল ডোবাক দেখি। লেখা পঢ়া জনা ধুনীয়া ছোৱালী ডোবা। তাই আহিব কুষ্ঠৰোগী মোডিৰ পজালৈ! কিন্তু তিনিদিন অনাহাৰে পৰি থকাৰ পাছত আনকি জোৰকৈ আপত্তি কৰিবলৈকো মোডিৰ গাত শক্তি নাছিল। সি মাত্ৰ হাত জোৰকৈ ডোবাক কৈছিল,—

তুমি ভগবানৰ দূত ডোবা। সেইবাবে তুমি ইয়ালৈ আহিব পাৰিছা। তোমাক মই কাকুতি কৰিছোঁ তুমি ইয়াৰ পৰা এতিয়াই যোৱাগৈ। অলপো পলম নকৰিবা।

ডোবাই কথা নুশুনিলে। ঘৰৰ পৰা যিখিনি খোৱা বস্তু লৈ গৈছিল, সেইখিনি তাক খাবলৈ দিয়ে। খোৱাৰ পাছত খোৱা বাচনখিনি ধুই পৰিষ্কাৰ কৰে, আৰু ৰাতি খাবৰ বাবে অলপ কিবাকিছু বস্তু থৈ দিয়ে।

খাই উঠি মোডিয়ে কয়,

তোমাক মই আকৌ কৈছোঁ ডোবা, তুমি ভগবানৰ দূত। কিন্তু ভগবানৰ নামত মই তোমাক অনুৰোধ কৰিছোঁ তুমি যেন আৰু মোৰ ইয়ালৈ কোনো দিন নাহা।

ডোবাই মাত্র একাষাৰ কথা মোডিক কৈছিল,—

ভগবানৰ নামলৈ তুমি ভগবানৰ দূতক কেনেকৈ বাধা দিবা মোডি আদা; যিমানে ভগবানৰ নাম লবা, তিমানে ভগবানে তেওঁৰ দূত তোমাৰ ওচৰলৈ পঠাব। আৰু, আদা, তুমি জানো দেখা নাই, আমি পৃথিবীৰ প্ৰাণীবোৰ এনেকৈয়ে জী থাকোঁ? যি সময়ত এটা প্ৰাণীৰ অসহায় অৱস্থা সেই সময়ত অইন এটা প্ৰাণীয়ে তাক সহায় কৰে। পোৱালি অৱস্থাৰ চৰাইবোৰক মাক-বাপেকে আহাৰ সুখুৱায় জানো? তুমি নিজে যেতিয়া ৰান্ধি খাব পাৰিছিলা তেতিয়া জানো মই তোমাৰ ওচৰলৈ আহিছিলোঁ?

মোডিয়ে কান্দে। তাৰ চকুলো গালৰ ওপৰেদি বৈ যায়। কুষ্ঠ ওলাই তাৰ গাল নাক আটাইবোৰ উখহি গৈছে। উখহি যোৱা গাল দুখন চকুলোৱে তিতি যায়। ডোবাই কয়,—

আদা, তুমি দুৰ্ব্বল নহবা। ধান বোৱঁাতে মই হাতখন বোকাৰ মাজত সোমাই দিওঁ, ধান কাটোঁতে তুমি কিন্তু হাত বোকাৰ মাজত সোমাই নিদিয়া। তোমাৰ হাতত বোকা নালাগে। বোকাৰ মাজত সোমোৱা বাবে মোৰ হাতখন বেয়া আৰু বোকা নলগা বাবে তোমাৰ হাতখন ভাল ইয়াৰ জানো কিবা যুক্তি আছে? আমি আটাইবোৰ প্ৰাণী মিলি একেটা নহওঁ জানো? জীয়াই থকা গছ এডালৰ পাতবোৰ ওপৰত থাকে, শিপাবোৰ মাটিৰ পেটত থাকে। কোনোদিন শিপাবোৰ ওপৰলৈ আহিব নোৱাৰে, অন্ধকাৰ পৃথিবীত তাহাত চিৰদিন থাকে। পোহৰলৈ আহিব নোৱাৰে বাবে জানো শিপাবোৰ বেয়া? আমি আটাইবোৰ মানুহ জী আছোঁ। আমাৰ ভিতৰৰ এজনৰ হাতৰ বল বেছি, আন এজনৰ হাতেই নাই; এজনৰ মেধা বেছি, আন এজন বলিয়া; এজন স্বাস্থ্যবান শক্তিমান, আন এজনৰ শক্তি নাই, সি

বিকলাঙ্গ। সমগ্র মানব দেহটো যদি ধৰা, দেখিবা এই দেহটোৰ ক্ষতি খুনৰ সংখ্যা নাই। তোমাৰ কষ্ট হৈছে আদা, এই কথা মই বুজোঁ। তথাপি তুমি দুৰ্ব্বল নহবা।

ডোবাৰ কবৰৰ ওচৰতে বহি মোডিয়ে কেৱল কান্দিছিল। তাৰ মৃত্যু নহ'ল। অঙ্গবোৰ তাৰ এটা এটাকৈ নাইকিয়া হ'ল, কিন্তু বাকী থকা অঙ্গখিনিৰ মাজতে তাৰ জীৱটো থাকিল। অথচ ডোবা মৰিল। ভগবানৰ দূত ডোবা ভগবানৰ ওচৰলৈ গ'ল। মোডি বাচি থাকিল।

ছোৱালী এজনীৰ মৃত্যু ইমান এটা ডাঙৰ কথা নহয়। কেইটা মান ঘৰ পুৰি যোৱাটোও তেনেকুৱা এটা ডাঙৰ ঘটনা নহয়। তথাপি লক্ষ্মীগঞ্জত মানুহ পিয়াপি দি পৰিল। কাকৰকান্দিৰ পৰা আহিল, পাইকপাৰাৰ পৰা আহিল, ফকিৰতলাৰ পৰা আহিল, ৰাখালগঞ্জৰ পৰা আহিল। কাৰণ হৰেন বিছিলক নজনা মানুহ নাই। গাঁওৰ পেষ্টৰতকৈও হৰেন বিছিলৰ কথা মানুহে বেছি মনোযোগেৰে শুনে। হৰেন আচৰিত ধৰণৰ মানুহ। ভগবানৰ কথা কলে তেওঁ সশ্ৰদ্ধ মনে শুনে, কিন্তু গিৰ্জালৈ নাযায়। ল'ৰা-ছোৱালী ডাঙৰ হলে মাক-বাপেকক বিয়াৰ কথা সোঁৱৰাই দিয়ে, কিন্তু নিজে বিয়া নকৰায়। মানুহ দুখত পৰিলে যি থাকে তাৰেই তেওঁ সিহঁতক সহায় কৰে; কিন্তু নিজৰ বাবে, দুখত পৰিলেও, কাৰো ওচৰত হাত নাপাতে। কিতাপ পঢ়ে, পাঠাগাৰবোৰ স্থাপন কৰে, পাঠশালাত পঢ়ায়, আৰু দুখীয়া ল'ৰা-ছোৱালীক কিতাপ আদি দি সহায় কৰে, সেয়া হ'ল হৰেন বিছিল।

সেয়ে বিছিলৰ গাত হাত দিয়া মানে, সেই অঞ্চলৰ শিক্ষাদীক্ষা, সেই অঞ্চলৰ ধন সম্পদ, সেই অঞ্চলৰ সমস্ত মানবতাৰ ওপৰত হাত দিয়া। সেই বাবেই গোটেই খিনি মানুহৰ দুখ আৰু ক্ষোভৰ অন্ত নাইকিয়া হ'ল। আনকি পেষ্টৰ ডেভিদছন নিজে আহি ডোবাৰ কবৰৰ ওচৰত প্ৰাৰ্থনা জনালে। নিৰ্য্যাতনত যি পেপুৱা লাগিছিল সিও আহিল, যি কোনো বিপদত পৰা নাছিল সিও আহিল। মানুহৰ

সমবেদনাত হৰেন বিছিলৰ মুখৰ মাত বন্ধ হৈ গ'ল। মোনেনে প্ৰথমে মাত লগালে,—

ডোবাৰ আত্মাৰ সদগতি হওক। হৰেনে কোনোদিন সহানুভূতি নিবিচাৰে। তেওঁ পণ্ডিত মানুহ, নিজে নিজে তেওঁ সান্ত্বনা লব। আমি বুঢ়া হলোঁ, আমাৰ বাবে কোনো ভয় নাই। আমাক কোনেও নামাৰে, আনকি বনৰীয়া হাতীয়েও আমাক গছকি নামাৰে। আমাক মাৰি পেলোৱা হলে ভাল আছিল। কাৰণ আমাৰ চকুৰ আগতে আমাৰ ছোৱালীবোৰ ধৰি লৈ যাব, পথাৰৰ ধান কাটি নিব, ল'ৰা-ছোৱালীৰ পঢ়াশালীত জুই লগাই দিব। আৰু আমাৰ ডেকালৰাবোৰে ভয়ত টুপুকা মাৰি থাকিব। কাৰণ বিপদটো তেওঁলোকৰে বেছি। নহলে, এয়া কুৰ্ণোই যদি চিত্ৰামণিক বিচাৰি আনিব পাৰিলে, বাকী কুৰিজনী ছোৱালীক বিচাৰি আনিবৰ বাবে ডেকা নোলাল কিয়? সেই বাবে ইয়াতে বহি শোক কৰি থাকি আৰু কি হব? ঘৰলৈ গৈ দুৱাৰ মাৰি শুই থকাই ভাল। ঘৰত জুই নালাগে মানে বাহিৰত যি হয় হৈ থাকক। নিজৰ ছোৱালী নিয়ক, আমিতো বাচিলোঁ।

কুৰ্ণোই উত্তেজিত ভাবে কবলৈ ধৰে,

আপোনাক মই দোষ নিদিও আৰু্আ, আপুনি ঠিকেই কৈছে। সঁচাকৈয়ে আমি ডেকাবোৰ মৰি গৈছোঁ। আপুনি যিমান পাৰে আমাক গালি দিয়ক। পাইকপাৰাত, লক্ষ্মীগঞ্জত, ফকিৰতলাত আজি যি হৈছে, কাকৰকান্দিত আজি কেইমাহ আগতে যি হৈ গৈছে, সেয়া চাৰিও পিনে বিয়পিব। আমি জুইৰ মাজতে থাকি, জুইৰ ভয়ত কাণেমুৰে কাপোৰ লৈ শুইছোঁ। নহলে ৰঘুনাথ দালুৰ ঘৰত ডকাইতি নহ'লহেঁতেন, জগমোহনৰ দোকান পুৰি ছাই নহ'লহেঁতেন, নহলে আজি ডোবা নমৰিলহেঁতেন।

হৰেন বিছিলৰ চিন্তাশক্তি উভটি আহে। ডোবাৰ শোচনীয় মৃত্যুত তেওঁ ইমান অভিভূত হৈ গৈছিল যে তেওঁৰ চিন্তাশক্তি লোপ পাইছিল। তেওঁ যেন কিবাকিবি কবলৈ বিচাৰে আৰু চাৰিওফালে

চায়। এবা, শই শই মানুহ গোট খাইছে। সিইঁতৰ প্ৰত্যেকৰ উন্মাদনা জাগিছে এই কথা তেওঁ বুজি পায়। কিন্তু এই উত্তেজনা আৰু উন্মাদনাৰ পৰিণাম কি? তেওঁলোকৰ শত্ৰু কোন? হঠাৎ কোনে আৰম্ভ কৰিলে এই শত্ৰুতা? অথচ ঘৰৰ ছোৱালীৰ ওপৰত অত্যাচাৰ কৰাৰ পাছত তেওঁলোকৰ মান সম্মান ক'ত থাকিল?— জীয়াই থকাৰ অৰ্থ কি হ'ল?

হৰেন বিছিলৰ চকুবোৰ জ্বলি উঠে। মোনেনলৈ তেওঁ চায়। বুঢ়া মোনেন যেন উত্তেজনাত ঘামি উঠিছে। চিত্ৰামণিৰ অসম্ভৱ ভয় লাগে। তাই কুৰ্ণোৰ হাত খনত ধৰি মিছাকৈয়ে টানে। ক'ত যেন তাইৰ এটা অসম্ভৱ ভয় জাগি উঠে। তাইৰ ধাৰণা হয় যেন কুৰ্ণোৱে তাইক পাহৰি গৈছে, আৰু হাতত ধৰি টানি যেন তাই নিজৰে অস্তিত্ব কুৰ্ণোক সোঁৱৰাই দিব খোজে। অৱশেষত তাই কুৰ্ণোৰ কাণৰ ওচৰলৈ মুখখন নি কয়,

মোৰ ভয় লাগিছে, জানা?

তাইৰ কথা বোধহয় কুৰ্ণোৰ কাণলৈ নাযায়। সি একান্ত মনে হৰেন বিছিললৈ চাই থাকে। তাৰ ইমান খং উঠে যেন পালে সি এই মাত্ৰকে কাৰবাক মাৰি পেলায়। হৰেন বিছিলে কয়,—

ডোবাজনীৰ শোকত মই সঁচাকৈ বাকীবোৰ কথা পাহৰি গৈছোঁ। আৰু যে আমাৰ কতজনৰ কিমান বিপদ হৈছে, সেই কথা মোৰ মনলৈকে অহা নাই।

মোনেনে বাধা দি কয়,—

তুমি সেইবোৰ কথা নকৰা পণ্ডিত। তোমাৰ ঘৰত যেতিয়া জুই লাগিছিল তেতিয়া তুমি ডোবাৰ কথা ভাবিছিলা, নে গাঁওৰ পাঠশালাৰ কথা ভাবিছিলা?—তুমি ঘৰৰ বয়বস্তু বাহিৰলৈ উলিয়াই অনাৰ কথা ভাবিছিলা নে পাঠাগাৰৰ কিতাপবোৰৰ কথা ভাবিছিলা? তুমি নিজৰ কথা ভবা হলে, তোমাৰ গাৰ পিন্ধা কাপোৰখনৰ বাহিৰে ঘৰৰ আনবোৰ বস্তু পুৰি নগ'লহেঁতেন। নিজৰ কথা ভবা হলে হয়তো

ডোবাও পুৰি নমৰিলহেঁতেন। সেই বুলি তুমি ডোবাৰ কথা কোৱা বাবে, আকৌ অনুতাপ কৰিবলৈ আৰম্ভ নকৰিবা। কেৱল এই কথা মই তোমাক সোঁৱৰাই দিছোঁ যে তুমি ইচ্ছা কৰিলেও নিজৰ কথা ভাবিব নোৱাৰা।

কুৰ্ণো অস্থিৰ হৈ উঠে,

আপুনিয়ে কওকছোন আফ্‌আ, আমি কি কৰিব পাৰোঁ? ডেকা মানুহ আমি শই শই আছোঁ। মাৰ খালে আমিও মাৰিব পাৰোঁ। এনেয়ে জানো সাধাৰণতে মানুহ নমৰে? আমাৰ এই অঞ্চলতে জানো ডেকামানুহ বছৰি বছৰি মৰা নাই? এজন মৰিলেই যদি নিৰ্য্যাতনৰ শেষ পৰে, তেনে মৰিবলৈ ভয় নকৰা মানুহ আমাৰ মাজতো ওলাব পাৰে।

হৰেণ ৰিছিলে অনেক চিন্তা কৰি কয়,

মই কাইলৈ যাম টাউনলৈ। মানে থানালৈ। ইমানবোৰ দুৰ্ঘটনা হৈ গ'ল, ইমানদিনে পুলিছে খবৰ নকৰিব কেলৈ? মই নিজে গৈ পুলিছক খবৰ দি পুলিছ লৈ আহিম। পুলিছে চেষ্টা কৰিলে অনায়াসে ধৰিব পাৰিব, এই দুৰ্ঘটনাৰ মূলত কোন।

বুঢ়া মোনেনে হাঁহে। ডেভিদছনো চিন্তিত হয়। পেষ্টৰে নিজে থানাত খবৰ দিছিল। এবাৰ নহয়, কেবাবাৰো, কিন্তু ফল একো নহ'ল। তেওঁ মোনেনৰ ফালে চায়। আটাইবোৰ মানুহে স্তব্ধ হৈ বুঢ়া মোনেনলৈ চাই থাকে। যেন বুঢ়া মোনেনে সমস্যাটোৰ মূল সম্পূৰ্ণ ভাবে জানে। হঠাৎ মানুহৰ মাজৰ পৰা বিলামণি উঠি ঠিয় হৈ কব ধৰে।

সোঁৱা আফ্‌আৰ হাঁহি আমি বুজি পাইছোঁ।

থানাত গোচৰ দিলে লাভ একো নহয়। আমি মাথোন হাঁহিয়াতৰ পাত্ৰ হম। অত্যাচাৰত আমি এনেয়ে জুকলা, তাতে আকৌ অৱজ্ঞা আৰু অপমান আমাৰ সহ্য নহব। তাতকৈ আমি নিজে নিজক ৰক্ষা কৰাৰ ব্যৱস্থা কৰিব লাগিব। আমাক লৈ আপোনালোকৰ আটাইতকৈ বেছি চিন্তা। কিন্তু আমি যদি সতৰ্ক হও, ইমান উপদ্ৰৱ আমাৰ

ছোৱালীৰ ওপৰত কৰিব নোৱাৰে। অন্ততঃ মৰাৰ আগতে এজনকতো মাৰিব পাৰিম।

হৰেন বিছিলে যেন অৱশেষত বুদ্ধি বিচাৰি পালে। তেওঁ মিলিত হোৱা মানুহবোৰলৈ চালে। ল'ৰা-ছোৱালী, ডেকা-গাভৰু, বুঢ়া-বুঢ়ী সকলো মানুহেই তাত আছে। ফকিৰতলাৰ জগমোহন হাজং আছে, পাইকপাৰাৰ ৰঘুনাথ দালু আছে, কাকৰকান্দিৰ পেষ্টৰকে আদি কৰি প্ৰায় আটাইবোৰ মানুহেই আছে। আটাইবোৰ মানুহে ভয় খাইছে, তথাপি আটাইবোৰ মানুহে প্ৰতিবিধান কাৰবলৈ সাজু হৈ আছে। তেওঁ কয়,

নোগিপা বিলামণিয়ে কোৱা কথা সঁচা। ডোবাৰ মৃত্যুয়ে মোৰ সাধাৰণ বিচাৰ বুদ্ধি নাইকিয়া কৰি পেলাইছে। নহলে আমাৰ যে এয়ে একমাত্ৰ উপায় মোৰ মনতো ধৰা পৰিলহেঁতেন। কিন্তু প্ৰতিজনে প্ৰতিজনক তথা আমাৰ গোটেই অঞ্চলটোক ৰক্ষা কৰাৰ বাহিৰে আন উপায় নাই। আদা মোনেন বুঢ়া হৈছে। কিন্তু মোৰ বোধেৰে তেওঁৰ দৰে তেজ আমাৰ কাৰো গাতেই নাই। আদা মোনেনে যদি নিজক ৰক্ষা কৰিবৰ বাবে, আৰু ঘৰৰ ল'ৰা-ছোৱালী সকলোবোৰকে ৰক্ষা কৰিবৰ বাবে, গোটেই সমাজখনৰ কল্যাণৰ বাবে যুঁজিবলৈ সাজু; নোগিপা বিলামণিয়ে যদি নিজৰ আৰু সমাজৰ সম্মান ৰক্ষাৰ অৰ্থে নিজে মৰিবলৈকো সাজু; তেনে আমি আটায়ে সাজু। যি উপায়ে নহওক আমি সংঘবদ্ধ হৈ এই অত্যাচাৰৰ অন্ত পেলাব লাগিব। আমিওতো মানুহ।

তাৰপাছদিনাখনেই সিহঁতে সিহঁতৰ শক্তি অনুসৰি কিবা এটা কৰ্ম্মপন্থা ঠিক কৰি লব, এই কথা ঠিক কৰি আটাইবিলাক ডোবাৰ কবৰৰ স্থানৰ পৰা ঘৰাঘৰি গ'ল। কেৱল মোডি তাতেই বহি থাকিল। সিযে তাতেই এচুকত বহি আছিল কোনেও লক্ষ্য নকৰিলে, আটাইবোৰ গুচি যোৱাৰ পাছতো যে সি তাতেই বহি থাকিল তাকো কোনেও লক্ষ্য নকৰিলে। মোডি ডোবাৰ কবৰটোৰ ওচৰতে বহি থ'কিল। বেলি

মাৰ গ'ল, লাহে লাহে এন্ধাৰ নামি আহিল। গাঁও বিলাকত মানুহ বিলাক ঘৰৰ ভিতৰলৈ গ'ল। মোডি লাহে লাহে ডোবাৰ কবৰৰ কাষ চাপি আহি, কবৰৰ ওপৰৰ মাটিবোৰ হাতেৰে লাৰি লাৰি আপোনমনে কৈ থাকে,—

তুমি তো মৰি গ'লা, মৰিগৈ কবৰৰ মাজত মাটিৰ তলত পৰি আছা। তোমাৰ কবৰৰ ওপৰৰ মাটিবোৰ যে মই লাৰিছোঁ, মোৰ বেমাৰে জানো তোমাক পাবগৈ? তোমাৰ কবৰৰ ওচৰত মই আছোঁ বাবে, মোৰ বেমাৰে জানো তোমাক দূষিত কৰিব পাৰিব? মোৰ চকুৰ পানী তোমাৰ কবৰৰ ওপৰত পৰিলেও বেয়া, নহয় জানো? তথাপিও মোৰ ইচ্ছা হয় যেন মৰাৰ আগতে চুচৰি বাগৰি মই তোমাৰ কবৰৰ ওচৰলৈ আহিম, যেন তোমাৰ কবৰৰ ওচৰতে মই পৰি মৰি থাকিম। মই মৰাৰ পাছত মোক কোনেও কবৰ দিবলৈ নাহে। মই পৰি মৰি থাকিম আৰু মোৰ গাৰ কুষ্ঠ হোৱা মঙহবোৰ শিয়ালে, শগুণে খাই পেলাব।

সি ভালেমান ৰাতিলৈ তাতেই পৰি থাকে। কবৰটোৰ ওচৰতে লানি লাগি থকা কেইটামান সৰু টিলা। সেই টিলাবোৰৰ সিপাৰে সৰু এটি জুৰি। ক'ৰবাত দূৰত ম'হৰ পোৱালি এটাই হেম্বেলিয়ায়; ওচৰতে জোপোহা এটাৰ মাজৰ পৰা এটা শহাপহু জপিয়াই ওলাই আহে। গাঁৱত কুকুৰ বিলাকে ভুকে। জোনাকী পৰুৱাবোৰে গোটেইখন পৃথিৱী ঢাকি পেলায়। টিলা বিলাকৰ কাষে কাষে, জুৰিটোৰ পাৰে পাৰে, পথাৰৰ ধানৰ মাজে মাজে জোনাকী পৰুৱাবোৰ ওপঙি ফুৰে। অগণন জোনাকী পৰুৱাবোৰে নিজৰ গাতে বন্তি জ্বলাই দশোদিশ উজলাই দিয়ে। জোনাকী পৰুৱাবোৰে আকাশৰ তাৰাৰ পোহৰ ম্লান কৰি দিয়ে।

ধীৰ শান্ত বতাহ বলে। বতাহবোৰ ধীৰে ধীৰে ডোবাৰ কবৰৰ ওপৰেদি বৈ যায়, কবৰৰ ওপৰৰ মাটিবোৰ স্পৰ্শ কৰে, আৰু মোডিৰ গা শীতল কৰি দি যায়। বতাহবোৰে কবৰৰ তলত থকা ডোবাৰ গাৰ পোৰণিবোৰ তুলি নি জুৰিটোত উটাই দিয়ে। জোনাকী পৰুৱাবোৰে বতাহত ওপঙি নাচি নাচি ফুৰে আৰু কবৰৰ ওপৰৰ মাটিখিনি আবৰি

পেলায়। হঠাৎ মোডিয়ে কাণ ঠিয় কৰি শুনে। কবৰৰ ভিতৰৰ পৰা ডোৰাই যেন উশাহ লৈছে—দীঘল দীঘল উশাহ। তাইৰ বোধহয় গভীৰ টোপনি আহিছে, আৰু টোপনিৰ মাজত তাই বোধ হয় দীঘলকৈ উশাহ লৈছে। তাইৰ উশাহৰ শব্দ কবৰৰ মাজৰ পৰা ওলাই আহি বাহিৰৰ বতাহৰ লগত মিলি গৈছে। ডোৰা বোধহয় শুই শুই মৰিছে। আঙুলি নোহোৱা হাত দুখনেৰে মোডিয়ে কবৰৰ ওপৰৰ মাটিবোৰ পিটিকে, কবৰটো খুন্দি আকৌ ডোৰাক বাহিৰলৈ লৈ আহিবলৈ চেষ্টা কৰে। আৰু সি কয়,

মোৰ গাৰ অঙ্গবোৰ এমূৰৰ পৰা পচিছে আৰু খহি পৰিছে। তুমি এই পচা সৰি পৰা মঙহক ঘিণ কৰা নাছিলা। সেয়ে তুমি মৰাৰ আগতে তোমাৰ অঙ্গবোৰ জুইক দানকৰি তাৰ পাছত মৰিলা। আজি মই তোমাৰ কবৰৰ ওচৰত বহি মোৰ আঙুলি নোহোৱা গলিত হাত দুখন জোৰ কৰি, গোটেই পৃথিবীকে তোমাৰ কাহিনী শুনাইছোঁ। তুমি জাগি উঠা, ডোৰা।

৬

হিনোই আৰু অপেক্ষা কৰাটো উচিত বিবেচনা নকৰিলে। সিদিনাখন ৰাতিয়ে কাকৰকান্দিৰ পৰা গুচিযোৱাটোকে সি সিদ্ধান্ত কৰিলে। কিছুদিনৰ আগলৈকে সি আশা কৰিছিল সে চিত্ৰামণিৰ লগত নহ'ল যদিও, বিলামণিৰ লগত তাৰ বিয়া হব! বৰঞ্চ এইকথা ভাবি তাৰ ভালেই লাগিছিল। কিয়নো চিত্ৰামণি যদিও বিলামণিতকৈ এশগুণে ধুনীয়া, বিলামণিৰ দৰে চিত্ৰামণিয়ে কোনো দিনেই হাঁহিব নোৱাৰে। বিলামণিয়ে মন শাঁত পৰাকৈ হাঁহে, হৰিণ পোৱালিৰদৰে নাচে, আৰু কেতিয়াও শাড়ী নিপিন্ধে। তাই কামো কৰিব পাৰে, মানুহক মৰম কৰিবও জানে। বিলামণিক বিয়া কৰালে তাৰ দুখ নহয়, বৰঞ্চ লাভেই হব, হিনোই ভাবিছিল।

কিন্তু সেই আশা সি বৰ্ত্তমান পৰিত্যাগ কৰিলে। দেশত যেনেকুৱা অত্যাচাৰ আৰম্ভ হৈছে—কাৰ কেতিয়া কিহয় একো ঠিক নাই। কুৰ্ণোইতৰ বুদ্ধি আৰু কৌশলৰ ওপৰত সি অকণো বিশ্বাস নকৰে। সি সিদিনাখনেই আবেলি ভঁৰালৰ ধানখিনি বিক্ৰী কৰে। ভঁৰালত ধান মাত্ৰ পাঁচ মোণ মান আছিল। সেইখিনি ধান বিক্ৰী কৰোঁতে তাৰ বেছি সময় নালাগিল। আগৰ পৰা সাঁচি থোৱা টকা কিছু হিনোইৰ আছিল। আটাইখিনি লগ লগাই প্ৰায় পাঁচশ টকা তাৰ হ'ল। ম'হ হাল যদি তাৰ লগত থাকে, আৰু যদি লগত পাঁচশ টকা থাকে, হিনোই য'তে ত'তে, খাই বৈ থাকিব পাৰিব। সি দুখত পৰিব নালাগে। আৰু ছোৱালী সকলো ঠাইতে পোৱা যাব। চিত্ৰামণি বিলামণিৰ দৰে ছোৱালী হাজাৰ হাজাৰ আছে। তাৰ যদি কপালত থাকে, সা সম্পত্তি থকা শহুৰেকৰ ঘৰো সি পাব পাৰে। পেষ্টবৰতো একোৱেই নাই,

চিত্ৰামণিক বা বিলামণিক বিয়া কৰাই সিনো কি সম্পত্তি পালে-হেঁতেন !

কিবাকৈ নিৰ্বিঘ্নে শিৱটিলা পাব পাৰিলে আৰু হিনোইৰ ভয় নাই। শিৱটিলাৰ পৰা আধামাইল দূৰত ছিমছাং। তাৰ ম'হ দুটাই অনায়াসে ছিমছাং নৈ সাঁতুৰি পাৰ হব পাৰিব, আৰু এটা ম'হৰ পিঠিত উঠি সিও পাৰ হৈ যাব। ছিমছাং পাৰ হব পাৰিলে আৰু বিপদ নাই। কাকৰ-কান্দিৰ পৰা শিৱটিলা প্ৰায় পোন্ধৰ মাইল। ৰাতি ভাত খাই উঠি সি ম'হ দুটা লৈ যদি যাত্ৰা কৰে, তেনে পাছদিনাখন ৰাতি হোৱাৰ আগতে সি গৈ শিৱটিলা পাবগৈ। আৰু শিৱটিলালৈ যোৱা বাট সি ভালকৈয়ে চিনি পায়। নাই বুলিও এশবাৰ সি শিৱটিলালৈ গৈছে।

ৰাতিৰ এন্ধাৰত হিনোই যাত্ৰা কৰে। দুয়োটা ম'হৰ পিঠিত খোৱা বস্তুৰ অকণমান টোপোলা আৰু অলপ কেইখনমান কাপোৰ বোজাই দি লয়। কিবা ভাবি ম'হ দুটাৰ ডিঙিৰ ঘণ্টা দুটা সি খুলি এটা টোপোলাত বান্ধি ম'হৰ পিঠিত আঁৰি দিয়ে। ম'হ খেদা টাঙোনডাল হাতত লয়, আৰু এখন দা কোমৰতে বান্ধি লয়। ম'হ দুটা খেদি লৈ যেতিয়া সি বাহিৰ ওলাই আহে তাৰ হঠাৎ গাটো কঁপি উঠে।

গোটেইখন কাকৰকান্দি শুই আছে। পেষ্টৰ ডেভিদছনৰ ঘৰত তেতিয়াও ধিমিক ধামাক কৈ এটা চাকি জ্বলি আছে। পেষ্টৰে বোধহয় তেতিয়াও পঢ়ি আছে। বিলামণি ইমান ৰাতিলৈ নিশ্চয় জাগি নাথাকে। চিত্ৰামণি আৰু কুৰ্ণো আজিকালি বেলেগে থাকে। পেষ্টৰে তেওঁলোকক ঘৰত নাৰাখিলে। হিনোই পেষ্টৰৰ ঘৰৰ পৰা দূৰেদি জুৰিটোৰ ওচৰলৈ যায়, আৰু শেষবাৰৰ কাৰণে তাৰ ম'হ দুটাই জুৰিটোৰ পানীবোৰ ঘোলা কৰি জুৰিটো পাৰ হৈ যায়। হিনোই কোনো গাঁওৰ ওচৰলৈ নাযায়। গাঁৱত ৰাতি তাক কোনোবাই দেখিলে নানা ৰকমৰ প্ৰশ্ন উঠিব আৰু সি প্ৰশ্নবোৰৰ উত্তৰ দিব নোৱাৰিব। গতিকে সি গাঁওৰ ৰাস্তা এৰি পথাৰেদি যায়। ম'হ দুটাই নাকেৰে ফোচ ফোচাই উশাহ লৈ ধীৰ মন্থৰ গতিৰে আগবাঢ়ে। পথাৰৰ দুয়োকালে নিজম

হৈ শুই থকা গাঁওবিলাকৰ আঁতৰে আঁতৰে হিনোই শিৱটিলাৰ পিনে আগবাঢ়ে।

হঠাৎ ম'হ দুটা ঠিয় হৈ ৰয়। হিনোই দূৰলৈ চায়, হয়তো ম'হ দুটাই বাঘৰ গোন্ধ পাইছে। কিন্তু তাৰ যে ওচৰতে মূৰে গাই কলা কাপোৰ পিন্ধি ছয় সাত জন মানুহে তাক ঘেৰি পেলাইছে—সি গমকে পোৱা নাছিল। মুহূৰ্ত্তৰ ভিতৰতে তাৰ মূৰত টাঙোনৰ কোব পৰিল। সি অজ্ঞান হৈ মাটিত পৰি গ'ল। তাৰ মূৰৰ তেজেৰে পথাৰৰ মাটি ৰাঙলি হৈ গ'ল। টকাখিনি তাৰ কোমৰত ভালকৈ বন্ধা আছিল। দস্যু বিলাকে আটাইখিনি টকা হাত কৰিলে। সোণ আদি কিবা থাকিব পাৰে বুলি সিহঁতে তাৰ গোটেই গাটো তন্ন তন্ন কৰি বিচাৰিলে। যেতিয়া আৰু একোকে নাপালে তেতিয়া তাৰ গাত আৰু কেইটামান কোব সোধালে। হিনোইৰ এখন ভৰি আৰু দুয়োখন হাত বোধহয় চিৰদিনৰ বাবে অচল হৈ গ'ল। ফাটিযোৱা মূৰটোৰ পৰা তেজ অবিশ্ৰাম ভাবে বৰলৈ ধৰিলে। সংজ্ঞাহীন হিনোইৰ দেহ পথাৰতে পৰি থাকিল, আৰু তাৰ মৰমৰ ম'হ দুটা দস্যুবিলাকে লৈ গ'ল।

নানা কাৰণত কুৰ্ণোৰ মনটোত অশান্তি ভৰি পৰে। কবৰত থোৱাৰ আগতে সি ডোবাক দেখিছিল। মুখখনৰ বাহিৰে ডোবাৰ গোটেই দেহটো পুৰি গৈছে। ঠায়ে ঠায়ে কেচা মঙহবোৰ তেজেৰে ৰংচুৱা হৈ ওলাই আছে। ডোবাৰ গাটো প্ৰথমবাৰ দেখি সি আতঙ্কতে শিয়ৰি উঠিছিল। মানুহৰ দেহটোৰ ৰূপ কি বিকৃত হব পাৰে সি ভাবিব পৰা নাছিল। ভৰিৰে পৰা আৰম্ভ কৰি ডিঙ্গিলৈকে গোটেইটো গাৰে ছালবোৰ পুৰি গৈ মঙহবোৰ ওলাইছে; আৰু মাজে মাজে ক'লা পৰি গৈছে। ভৰিৰ আঙুলি বিলাক পুৰি ক'লা হৈ গৈছে; আৰু গাৰ মঙহ থকা ঠাইবিলাকৰ ছাল পুৰি গৈ তেজে মঙহে ওলাই ঠাইবিলাক ভয়ঙ্কৰ ৰূপত ওলাই পৰিছে। খন্তেকৰবাবে সি চকু মুদি দিছিল। বুঢ়া মোনেনৰ কথাই সঁচা। ঘৰত জুই ছানি উঠাৰ লগে লগে ভাই বাহিৰলৈ দৌৰিছিল। কিন্তু বাহিৰ হবলৈ নৌপাওঁতেই

জ্বলন্ত কাঠ তাইৰ ওপৰত পৰিল। তাইৰ মূৰটো দুৱাৰৰ বাহিৰত থাকিল আৰু তাইৰ বাকী শৰীৰটো জুইয়ে দগ্ধ কৰি পেলালে। জীয়াই জীয়াই তাই পুৰি মৰিল।

চিত্ৰামণিকো জীয়াই জীয়াই দগ্ধ কৰিছিল, কিন্তু বেলেগ ভাবে। জুপুৰি ঘৰটোৰ ভিতৰত হাতে ভৰি মুখে বন্ধা অৱস্থাত যেতিয়া কুৰ্ণোই চিত্ৰামণিক দেখিছিল, তেতিয়াও আতঙ্কত তাৰ শৰীৰ শিয়ৰি উঠিছিল। মানুহ কিমান নিৰ্দ্দয় হব পাৰে। চিত্ৰামণিৰ গাত এচুকুৰা কাপোৰ ক'তো নাই, গোটেই উদং গাটোৰ ওপৰত উপ্তন্ধ্বৰ দাগ, আৰু অসহায় এটি নাৰীদেহৰ ওপৰত অবৰ্ণনীয় অত্যাচাৰ। চিত্ৰামণি যদি সেই বান্ধতে মৰি থাকিলহেঁতেন, তথাপিও বোধহয়, গেলি গোন্ধ নোলোৱা পৰ্য্যন্ত সিহঁতে মৰি যোৱা চিত্ৰাৰ দেহটোৰ ওপৰত অত্যাচাৰ কৰিয়েই থাকিলহেঁতেন।

সিহঁত কোন?—কুৰ্ণোই ভাবিবলৈ চেষ্টা কৰে। জীয়াই জীয়াই গৰুৰ দামুৰি পুৰি মাৰিলে, ডোবাক জীয়াই জীয়াই পুৰি মাৰিলে, জীয়াই থাকোঁতে চিত্ৰামণিৰ দেহৰ মঙহবোৰ কামুৰি খালে। এই দস্যুবোৰ কোন? সিহঁতৰ লোভ কিহৰ বাবে? নাৰীদেহৰ প্ৰতি মানুহৰ লোভৰ কথা সি বুজি পায়। কিন্তু সি নাৰী দেহত কোনো স্পন্দন নাথাকে সেই মৃত দেহৰ প্ৰতি কি লোভ? ধনসম্পদৰ প্ৰতি মানুহৰ লোভৰ কথা সি বুজি পায়; কিন্তু সম্পূৰ্ণ অকাৰণতে প্ৰাণী হত্যাৰ কাৰণ সি বুজি নাপায়।

আজি আবেলি সিহঁতে ডোবাক কবৰত থৈ আহিছে। হয়তো এতিয়াও ডোবাৰ গা গৰম হৈয়ে আছে। সি আটাইবোৰকে সাহস দি আহিছে প্ৰতিকাৰৰ ব্যৱস্থা সিহঁতে হাতত লব। কিন্তু কাৰ বিৰুদ্ধে ব্যৱস্থা? সিহঁতৰ শত্ৰু কোন?

চিত্ৰামণি দুৱাৰখনত হেঙাৰডাল দি কুৰ্ণোৰ ওচৰতে বহে। কেৰাচিনৰ চাকি এটা মৃদু ভাবে জ্বলি থাকে। চাকিটোৰ ক্ষীণপোহৰত চিত্ৰাৰ গাটো দেখা যায়। তাইৰ গাত কোনো ব্লাউজ নাই, শাড়ীখনকে

বুকুৰ ওপৰেদি মেৰাই থোৱা আছে। হাতত ডিঙিত কাণত ক'তো একো অলঙ্কাৰ নাই। চুলিবোৰেই যেন তাইৰ অলঙ্কাৰ। দীঘল চুলিবোৰে তাইৰ গোটেই পিঠিখন আবৰি থাকে। তাইৰ পেটটো ডাঙৰ হৈছে, আৰু সমগ্ৰ শৰীৰটো পূৰ্ণ হৈ উঠিছে। তাইৰ কেৱল মুখখন আগৰ দৰে মিহি কমণীয় আৰু মৰম সনা হৈ আছে। বাকী আটাইবিলাক অঙ্গৰে তাইৰ পৰিবৰ্ত্তন হৈছে। পেটটো ডাঙৰ হৈছে, বাহু আৰু উৰু ফুলি নিপোটল হৈছে, বুকু দুটা গোলাকাৰ হৈ ভৰি উঠিছে, পিঠিৰ ফালে কোমৰৰ পৰা উৰু লৈকে অঙ্গবোৰ যেন দুভাগ হৈ সুস্পষ্ট হৈ পৰিছে।

তাইৰ ফালে চাই কুৰ্ণো চক্‌খাই উঠে। ঠিক যেন ডোবাৰ দৰে। মুখখনৰ বাহিৰে ডোবাৰো সমস্ত শৰীৰটোৰ পৰিবৰ্ত্তন হৈছিল—ভয়ঙ্কৰ ৰূপে। চিত্ৰামণিৰো মুখখনৰ বাহিৰে সমস্ত শৰীৰটোৰ পৰিবৰ্ত্তন হৈছে মধুৰভাবে। অকাৰণ ভয়ত কুৰ্ণোই চিত্ৰাক সাবটি লয়।

তুমি অতপৰে মোৰ ফালে চাই কি ভাবিছিলা?—চিত্ৰাই সোধে।

তোমাক চাইছিলোঁ এনেয়ে। চাই ভাল লাগে সেইবাবে। কিন্তু হঠাৎ তোমাক দেখি মোৰ অইন এটা কথা মনত পৰিছিল। কি মনত পৰিছিল সেই কথা মই তোমাক নকওঁ।

চিত্ৰা উঠি বহে। কুৰ্ণোৰ হঠাৎ কি কথা মনত পৰিব পাৰে। তাইক চুৰি কৰি নিয়াৰ এতিয়া দেৰ বছৰ হ'ল। আৰু বৰ্ত্তমান তাইৰ গাত পূৰা ন মাহ। তাইৰ গৰ্ভৱতী শৰীৰটোৰ পিনে চাই কুৰ্ণোই কি ভাবিব পাৰে, কি কথা তাৰ মনত পৰে। তাই একো নামাতি কিছুপৰ ভলকা মাৰি থাকি, কয়—

বহুদিন আগেয়ে মই তোমাক কৈছিলোঁ, মোক লৈ তুমি চিৰদিন অশান্তি পাবা। মোৰ পৰা তুমি সুখ নোপোৱা, দুখ পাবা।

নানা অশান্তিৰ মাজতো কুৰ্ণোই হাঁহে।

তোমাৰ মনটো কোনোদিনেই শুদ্ধ নহ'ল। সেইবাবে তুমি মুক্ত প্ৰাণে অবাধে মোক মৰম কৰিব নোৱাৰিলা। অথচ, মই আচৰিত হৈ যাওঁ এই ভাবি যে তোমাৰ এদিনৰ দুৰ্ঘটনা মোৰ মনতেই নপৰে।

তুমি অযথা দুখ পোৱা। আৰু মই এই দুখ হাজাৰ চেষ্টা কৰিও আঁতৰাব নোৱাৰোঁ। এইবাবে কষ্ট পাওঁ।

চিত্ৰামণি বহাৰ পৰা উঠে। ঠিয় হৈ কুৰ্ণোৰ ভিত্তিত সাবটি ধৰি তাই লাহে লাহে কয়,

সঁচাকৈ মই তোমাক কষ্ট দিছোঁ—অযথা কষ্ট দিছোঁ। মই তোমাৰ গা চুই কৈছোঁ আজিৰ পৰা মোৰ মনৰ গ্লানি গ'ল, আজিৰ পৰা মোৰ মন শুদ্ধ হ'ল, আজিৰ পৰা মই আৰু কোনো দিনেই মনত ঠাই দিনিওঁ যে কিবা প্ৰকাৰে মোৰ প্ৰতি তোমাৰ ঘৃণা উপজিব পাৰে।

কুৰ্ণোই আকৌ হাঁহে,—

তুমি মোৰ গা নুচুলেও সদায়ে মোক চুই আছা, জানা?

তাই ঠিক বুজি নাপায়। তাৰ মুখলৈ চাই এনেয়ে হাঁহে।

তুমি বুজি নাপালা, নহয়? মই দেখোন এতিয়া সদায়ে তোমাৰ গাতে আছোঁ। আজি নমাহ হ'ল মই—তোমাৰ ভিতৰতে সোমাই আছোঁ।

চিত্ৰামণি লাহেকৈ উঠি আহি কুৰ্ণোৰ কোলাতে শুই পৰে। তাইৰ চুলি বিলাক কুৰ্ণোৰ কোলাত পৰে, সি আলফুলকৈ চিত্ৰাক শুৱাই থয়। তাইৰ দুয়োখন হাত আনি নিজৰ কোলাত লয়। সি তাইৰ মুখখন পিহি দিয়ে, পিঠিখনত কোমবত হাত বুলাই দিয়ে—তাৰ পাছত তাইৰ দুয়োখন গালত আঙুলিৰে টেপা মাৰি ধৰি তাইৰ মুখখন মেলি মুখৰ ভিতৰখন সি শুঙে। পুলকতে চিত্ৰাৰ দেহত ঢৌ খেলি যায়, তাইৰ মৰম-বোৰ সেমেকি উঠে। আঁকোৱালি লবলৈ অসুবিধা নোহোৱা হলে তাক তাই আঁকোৱালি ললেহেঁতেন, তাই কয়,—

মোৰ মুখৰ ভিতৰেদি কিমান দূৰলৈ দেখা পাবা? চাবলৈ হেপাহ গৈছে, নহয় জানো?

চাবলৈ হেপাহ গৈছে। ভীষণ হেপাহ গৈছে। আৰু কিমানদিন বাট চাব লাগিব বাৰু? আৰু বেছিদিন নাই কিজানি, সেইবাবে তোমাৰ মুখৰ ভিতৰখন ইমান সুন্দৰ গোন্ধাইছে।

আৰু ?

আৰু মানে ?

আৰু ক'ত ক'ত ভাল গোন্ধাইছে ?

আৰু গোটেই পথাৰ জুৰি ধুনীয়া গোন্ধ ওলাইছে। পথাৰবোৰ জুৰি ধানবোৰ পকি উঠিছে। আটাইবিলাক পথাৰত একেসময়তে সমানে ধানবোৰ পকিছে। ইমান ধুনীয়া ৰং, ইমান ধুনীয়া গোন্ধ, ইমান শুৱনি পৃথিবী। আজি দুপৰীয়া মই ধানৰ মাজতে শুই আছিলোঁ। উঠি আহিবৰ মন নাযায়। পৃথিবীৰ অঙ্গ ঢাকি শুৱনি ধানৰ গেৰুৱা আবৰণ। তুমি যে কেতিয়াবা বুকুতে পিন্ধা তোমাৰ ক'লা ডাক্‌বান্দা খন। তেনেকৈয়ে পৃথিবীয়ে পিন্ধিছে পৃথিবীৰ অঙ্গ আবৰি গেৰুৱা এখন ডাক্‌বান্দা—গোন্ধতে আমোল মোল এখন গেৰুৱা ডাক্‌বান্দা।

আৰু ?

আৰু গোন্ধাইছে পানীৰ জিয়লিৰ শেলুৱৈ পৰা শিলবোৰ। জুৰিবোৰ শুকাইছে। দু পাৰৰ শিলবোৰ শুকাই ৰ'দত চিক্‌চিকাইছে, কিন্তু সোঁতৰ কাষত থকা আধাতিতা শিলবোৰত শেলুৱৈ পৰিছে। খীন সোঁতটো তিৰবিৰাই শিলৰ ওপৰেদি বাগৰি যায়। যেন তুমি সাঁতুৰি গৈছা, আৰু তোমাৰ তিতা দীঘল চুলিবোৰে শেলুৱৈ পৰা শিলবোৰ মচিদি গৈছে। আধাতিতা শিলবোৰৰ পৰা এটা গোন্ধ ওলায়, এটা মধুৰ সেমেকা গোন্ধ, যেন তোমাৰ চুলিবোৰৰ গোন্ধ—তিতা দীঘল ক'লা তোমাৰ চুলিবোৰৰ গোন্ধ।

আবেগতে চিত্ৰামণিৰ গাটো লাচখাই উঠে। কোনো কাৰণ নোহোৱাকৈ হঠাতে তাইৰ ভাগৰ লাগে। ভাগৰতে তাই যেন বলিয়াৰ দৰে হৈ উঠে। কি কব কি নকব তাই ভাবি নাপায়। শেষত কয়,

গোটেই পৃথিবীখনতে তুমি মোকেই দেখা পোৱা। গোটেই পৃথিবীতে তুমি পোৱা মোৰেই প্ৰতি অঙ্গৰ গোন্ধ। মোৰ মুখখনৰ বাহিৰৰ গোন্ধে তোমাৰ হেঁপাহ নপলায়, সেই বাবে তুমি মোৰ মুখৰ ভিতৰৰ গোন্ধলোৱা। মোৰেই যে পেটৰ ভিতৰত সোমাই মোৰ ভেজেৰে

তুমি ডাঙৰ হব ধৰিছা তথাপি তোমাৰ হেপাহ নপলায়। কি পালে তোমাৰ হেপাহ পলাব বাৰু ? অকল বাহিৰৰ গোন্ধে তোমাক নোজোৰে ভিতৰৰ গোন্ধ লবলৈকো তুমি হেপাহ কৰা। মোৰ দুয়োটা বুকুৰ মাজেদি আজিকালি কি বয় আৰু কি ওলাই আছে জানা ? শুঙি চোৱাছোন মোৰ বুকু।

ইমান বল চিত্ৰামণিৰ আছে কুৰ্ণোই জনাই নাছিল। তাই দুইখন হাতেৰে যেন কুৰ্ণোক উৰাই লৈ গ'ল। ৰাতিৰ অন্ধকাৰ লৈন বেছি গাঢ় হৈ উঠে, নিজম গাঁওবিলাক বেছি নিজম হৈ পৰে। হঠাৎ বাহিৰত পেষ্টৰৰ মাত শুনি দুয়ো অবাক হৈ গ'ল। দুৱাৰখন খুলিদি কুৰ্ণোই দেখিলে বাহিৰত পেষ্টৰ আৰু তেওঁৰ সক লৰাটো। চিত্ৰামণিয়ে প্ৰায় চিঞৰি উঠিছিল। তাই ভাবি লৈছিল নিশ্চয় বিলামণিৰ কিবা এটা হৈছে, কিন্তু তাইৰ বাপেকৰ ইঙ্গিত পাই তাইৰ চিঞৰ বন্ধ কৰিলে, ঘৰৰ ভিতৰ সোমাই পেষ্টৰে কলে,

আজি দেড়বছৰে মই তোমালোকৰ ঘৰলৈ অহা নাই। আজি বিপদৰ আশঙ্কা কৰি আহিছোঁ। মোৰ বাবে মই চিন্তা কৰা নাই। কিন্তু চিন্তা কৰিছোঁ এই অকণমানটোৰ বাবে। বিলামণি আছে। কিন্তু তাইৰ ওপৰত মই ভৰসা কৰিব নোৱাৰোঁ। তাই যে নিজকে ৰক্ষা কৰিব পাৰিব সন্দেহৰ কথা। গতিকে তাইৰ ওচৰত ইয়াক থৈ মই নিশ্চিন্ত হব নোৱাৰোঁ। সেইবাবে তোমালোকৰ ওচৰলৈ আহিলোঁ। চিত্ৰাৰ ওচৰত তাক থব পাৰিলে মোৰ চিন্তা নাথাকে। অৱশ্যে বিপদ ইয়াতো হব পাৰে। কিন্তু ভগবানৰ বিৰুদ্ধে মই যুঁজ কৰিব নোৱাৰোঁ। ভগবানৰ ইচ্ছাই পূৰণ হব। মই মাত্ৰ মোৰ কৰ্ত্তব্য কৰিবলৈ বিচাৰিছোঁ।

চিত্ৰাই হাত বঢ়াই তাইৰ ভায়েকক সাৱটি ধৰি কলে,

ইয়াৰ বাবে আপুনি কিয় ভাবিছে বাবা ? জংগিপাক মই কিয় ৰাখিব নোৱাৰিম ? আহ মোৰ আংজেং, মোৰ জোং, মোৰ ওচৰলৈ আহ।

কুৰ্ণোইও তাৰ ঘৈণীয়েকক সমৰ্থন কৰিলে। সি কেৱল ভাবি

নাপালে এই ৰাতিয়ে অকণমানটিক লৈ আহিব লগা হ'ল কিয়? কাইলৈ ৰাতিপুৱা আনিলেও দেখোন হ'লহেঁতেন। ক'ৰবাত কিবা দুৰ্ঘটনা হোৱা বুলি সি চিন্তিত হ'ল। পেষ্টৰে বোধহয় তাৰ মনৰ কথা বুজি পালে, তেওঁ কলে,

তোমালোকে ভাবিছা মই এই ৰাতিখন কিয় আহিলোঁ। হয়তো ভাবিছা ক'ৰবাত কিবা অমঙ্গল হ'ল নেকি। স্বাভাৱিক কথা। মই নিজেও ভাবিছিলো যে কাইলৈ ৰাতিপুৱাই ইয়াক লৈ আহিম। কিন্তু কোনোমতে মোৰ টোপনি নাহিল। মোৰ যেন বিছনাখনতে এডাল বিছা সোমাই আছে। যিমান সময় বিছাডাল মই দূৰ কৰিব নোৱাৰোঁ, তিমান সময় আৰু শুৱাৰ কোনো উপায় নাই। এনেকুৱা উত্ৰাৱল হোৱাটো মোৰ পক্ষে অবাঞ্ছনীয়, এইকথা মই স্বীকাৰ কৰোঁ। হয়তো মই অতি বুঢ়া হৈ গৈছোঁ। সেইবাবে সততে ভগবানৰ কৃপা লগে লগে থকা সত্ত্বেও মই আশ্বস্ত হব পৰা নাই। সি নহওক, মই কতো এক্যে অমঙ্গলৰ বাতৰি পোৱা নাই। মনতে ভাবিলোঁ, ঠিৰাং যেতিয়া কৰিলোৱেই আজিয়েই তাৰ এটা নিষ্পত্তি কৰা ভাল।

কুৰ্ণোই কলে,

বিলামণিৰ কথা কি ভাবিছে? জংগিপাও ইয়ালৈ আহিল। এতিয়াতো বিলামণি তেনেই অকলশৰীয়া হ'ল। অকলে অকলে তাই বৰ অসুবিধা পাব। মাত এষাৰ দিবলৈকেতো মানুহ এজন লাগে। এতিয়া বাৰু, আপুনিও যে আহিল, তাই জানো অকলে ভয় কৰা নাই?

এতিয়া তাই কিয় ভয় কৰিব? ৰাতি কিমান হৈছে? হয়তো ন কি সাড়ে ন বাজিছে। সাঁজ লাগোতে আমি খাই বৈ শুই থাকোঁ বাবে অলপ ৰাতিয়ে আমাৰ মনত বহুত ৰাতি যেন লাগে। আৰু, বিলামণিৰ বিষয়ে যে কি ভাবিম মই ঠিৰাং কৰিব পৰা নাই। আজি কিছুদিনৰ পৰা ভাবিছিলোঁ যে বিলামণিক হিনোইলৈ দিওঁ। ছোৱালী জনীৰ কিবা এটা গতি লাগক। কিন্তু সেই আশাও আৰু পূৰণ নহব।

কুৰ্ণোই সুধিবলৈ সাহ নকৰে। সি চিত্ৰাৰ মুখলৈ চায়। চিত্ৰাই সোধে,—

কিয় সেই আশা পূৰণ নহব বাবা? কি হ'ল?

হিনোই আজি নিশা কিছুপৰ আগেয়ে ইয়াৰ পৰা গুচি গৈছে। হিনোই আৰু তাৰ ম'হ দুটা।

কিন্তু সি আকৌ ফিৰি আহিব,—কুৰ্ণোই কয়। সি এই নিশা অকলে কলৈ যাব? হয়তো পথাৰলৈ গৈছে। সি খেৰ কাটিবলৈ আৰম্ভ কৰিছে নেকি মই নাজানো। নিশ্চয় সি কিবা কামত ক'ৰবালৈ গৈছে, আকৌ ঘূৰি আহিব।

পেষ্টৰ অলপ সময় নিমাত হৈ থাকে। কিবাকিবি বহুত কথা যেন তেওঁ ভাবে, আৰু কয়,

মই জানো হিনোই আৰু ঘূৰি নাহে। আজি আবেলি সি ভঁৰালৰ ধান যিখিনি আছিল, গোটেই খিনি বেচিছে। গাঁওৰ মানুহ কোনেও অৱশ্যে ভবা নাই সি কিয় ধানবোৰ বেচিলে। নতুন ধান দুইএদিনতে ওলাব, সেইবাবে সি ধানখিনি বিক্ৰি কৰিলে, এই কথাই সকলে ভাবিছে। যি নহওক, সি ধানবোৰ বিক্ৰি কৰি, ম'হ দুটাৰ পিঠিৰ ওপৰত কিবাকিবি বোজা দি, চুপি চুপি গাঁওৰ পৰা ওলাই গৈছে। সেই বাবে মই জানো হিনোই আৰু ঘূৰি নাহে। য'ত কোনো বিপদৰ ভয় নাই তেনেকুৱা ঠাইলৈ সি যাবগৈ।

তেনে বাবা,—চিত্ৰাই কয়,—বিলাও ইয়ালৈ আহক। ইয়াৰ পৰা আমাৰ ঘৰতো বেছি দূৰ নহয়, ইয়াতে বান্ধি বাঢ়ি, বিলামণিয়ে দুবেলা আপোনাৰ খোৱাৰ ভাতখিনি আপোনাক দি গৈ আহিব। আৰু আমি আটায়ে ইয়াতে থাকিলোঁ! আমাৰো কোনো অসুবিধা নহ'ল, আপোনাৰো অসুবিধা নহ'ল।

পেষ্টৰে ইমান পৰে চিত্ৰাৰ ফালে ভালকৈ চোৱা নাছিল। এইবাৰ ভালকৈ চালে। তেওঁৰ মনটো অকস্মাতে পাতলি যায়, মুখত হাঁহি দেখা দিয়ে। একমুহূৰ্ত্তৰ বাবে তেওঁ সকলো বিপদৰ কথা

পাহৰি যায়। গৰ্ভৱতী চিত্ৰাৰ ফালে চাই তেওঁ যেন আনন্দতে নাচি উঠে।

এৰা হয়, বিলা ইয়াতে থাকিলে তোকো সহায় কৰিব পাৰিলেহেঁতেন। তাইক তই কেতিয়াবাতেই দেখোন লৈ আহিব পাৰিলিহেঁতেন। মোৰো আটাইবোৰ কথা মনত নাথাকে। আৰু আজি কালি দেশকালৰ অৱস্থা এনেকুৱা হ'ল যে আপোন মানুহৰ ভিতৰতে কাৰ ক'ত কি অসুবিধা হৈছে ভাবিবৰ আৰু কাৰো সময় নাই।

চিত্ৰাৰ লাজ লাগে। তাই যেন ধৰা পৰি যায়,—

মোৰ একো অসুবিধা হোৱা নাই। আপুনি মোৰ বাবে নাভাবিব বাবা। আৰু আজিৰ পৰা আমাৰ একো বিপদো নহয়। আজি যে আপুনি এই পজালৈ আহিল, এই পজাৰ ভিতৰত সোমাল; আজিৰ পৰা আৰু আমাৰ অমঙ্গল দূৰ হৈ গ'ল। আপুনি যদি ভাল বুলি ভাবে, বিলাকো ইয়ালৈ পঠিয়াই দিব। তাইৰ ইয়াত থাকি অসুবিধা নহয়, বাকীবোৰ কথা মই নাজানো।

কুৰ্ণোই জানে, পেষ্টৰে বিলামণিক সিহঁতৰ ঘৰলৈ নপঠিয়ায়। পেষ্টৰ সমাজৰ গুৰিয়াল। তেওঁৰ মন যিমানেই উদাৰ নহওক কিয় তেওঁ সমাজৰ নিৰ্দ্দেশ লঙ্ঘন কৰিব নোৱাৰিব। গতিকে সি একোকে নামাতিলে। তাৰ বাহিৰেও সি এতিয়াও নিজৰ কৰ্ত্তব্যকে স্থিৰ কৰিব পৰা নাই। কাইলৈ ৰাতিপুৱাতে তাহাতৰ যুক্তি আলোচনা হব। আটাইবোৰ গাঁওৰ পৰা মানুহ আহিব। সি ক'ত যাব লাগিব, ক'ত থাকিব লাগিব তাৰো কোনো স্থিৰতা হোৱা নাই। গতিকে সিৰে কিবা ঘৰৰ দায়িত্ব বহন কৰিব পাৰিব, তাকো সি নাজানে। সি ৰবক চিত্ৰাক লৈয়ে বিব্ৰত হৈ পৰিছে। সম্ভৱপৰ হোৱা হলে সি চিত্ৰাকে নি থলেহেঁতেন পেষ্টৰৰ ঘৰত। সম্ভৱ নহয় বুলিয়েই তাৰ চিন্তাৰ শেষ নাই। এনেকুৱা অৱস্থাত চিত্ৰাক নি সি ক'ত ৰাখিব।

বুঢ়া মোনেনৰ ঘৰ গাঁওৰ একেবাৰে এমূৰত। সিমূৰে আছিল

গাঁওৰ পাঠশালাখন। তাৰ ওচৰতে পাঠাগাৰ। তাৰ পাছত লানি লগাকৈ দহ ঘৰ মানুহৰ ঘৰ। মাজতে হবেন বিছিলৰ ঘৰ। হবেন বিছিলৰ ঘৰ পাৰ হৈ আৰু কুৰি ঘৰ মান গলে মোনেনৰ ঘৰ। তাতেই গাঁওখন শেষ। মোনেনৰ ঘৰৰ পৰা পঞ্চাশটাৰমান আঁতৰত এটা জুপুৰিত থাকে মোডি। এইখনেই লক্ষ্মীগঞ্জ। এই গাঁওৰ প্ৰায় আটাইবোৰ মানুহে অলপ চলপ লেখা পঢ়া জানে। কেৱল মোনেনে লেখাপঢ়া নাজানে আৰু নাজানে মোডিয়ে। মোনেন বোধহয় গাঁওৰ ভিতৰত আটাইতকৈ বয়সিয়াল মানুহ। তেওঁৰ বয়স প্ৰায় আশী হব। তথাপি মোনেনৰ শক্তি অটুত আছে। এতিয়াও তেওঁ পথাৰলৈ যায়, ধান কাটে, আলু তোলে। কিন্তু কটিয়াৰলৈ অৱশ্যে তেওঁ টান পায়।

ৰাতি মোনেনৰ টোপনি নাহে। উত্তেজনা আৰু খণ্ডত তেওঁ চট্‌ফটাই থাকে। ডোবাক কবৰত থৈ যেতিয়া বেলেগ বেলেগ গাঁওৰ পৰা অহা মানুহবোৰ ঘৰলৈ গ'ল, তাৰ কিছু সময়ৰ পাছতে লক্ষ্মীগঞ্জলৈ পুলিছ আহিল। পুলিছে আহি প্ৰথমতে হবেন বিছিলক ধৰিলে। হবেনৰ ঘৰ খানাতলাচ কৰিব। কাৰণ, পুলিছৰ কাণলৈ গৈছে যে হবেন বিছিলে মিছাতে মানুহবোৰক উচটাই তুলিছে। হবেনৰ পাঠশালাত কোনো ল'ৰা-ছোৱালীক পঢ়োৱা নহয়। আন হাতেদি তাত নানাৰকমৰ মেলমিটিং হয়। নানা গাঁওৰ পৰা তালৈ মানুহ আহে, আৰু হবেনে পৰামৰ্শ দিয়ে কেনেকৈ সকলোৱে মিলি চৰকাৰৰ বিৰুদ্ধে অভিযান চলাব লাগে।

পুলিছে গাঁওলৈ অহাৰ পাছত, গাঁওৰ মানুহখিনি আকৌ পাঠাগাৰৰ আগতে গোট খালে। হবেনৰ ঘৰ পুৰি গৈছিল, গতিকে মানুহবিলাকে ঠিক কৰিলে যে হবেন পাঠাগাৰৰ ঘৰত থাকিব। আৰু লাহে লাহে গাঁওৰ মানুহখিনিয়ে তেওঁৰ বাবে এটা ঘৰ সাজি দিব। হবেন থাকিলে পাঠাগাৰৰ কোনো ক্ষতি নহয়। আৰু বিশেষকৈ পাঠাগাৰত পঢ়িবৰ বাবে এতিয়া আৰু মানুহো নাই।

পুলিছে পাঠাগাৰৰ কিতাপবোৰ এখন এখনকৈ সিঁচৰাই পেলালে।

ভাত কোনো কাগজ পত্ৰ নাপাই হবেন বিছিলক কঁলে তাৰ ঘৰ খানাতলাচ কৰিব। হবেনে উত্তৰ দিয়াৰ আগতেই আগবাঢ়ি গৈ মোনেনে কলে,—

তোমালোক ভাল সময়তে আহিলা। পণ্ডিতৰ ঘৰ দুৱাৰ পুৰি গ'ল, দেখি তোমালোকে ভাল পাবা। আৰু যদি তোমালোকেই ঘৰত জুই লগাই দিছিলা, তেনে এতিয়া আকৌ এবাৰ গৈ চাই আহা। দেখিবা তোমালোকৰ উদ্দেশ্য পূৰ্ণ হৈছে। কাৰণ পণ্ডিতৰ ঘৰত একো এটা বস্তুও নাই—আটাইখিনি পুৰিছে।

এজন পুলিছে খেদা মাৰি আহি বুঢ়া মোনেনক প্ৰায় ধৰিছিলেই। আন এজনে কোনোমতে তাক ধৰি ৰাখিলে। মোনেনে হাঁহে আৰু থু পেলাই দিয়ে। থু খিনি পুলিছটোৰ ভৰিৰ ওচৰতে পৰে। সিহঁতে আকৌ হবেনক সোধে তাৰ কাগজ পত্ৰবোৰ সি ক'ত থৈ দিছে। হয় সি ভালে ভালে কাগজবোৰ উলিয়াই দিব, নহলে সিহঁতে গাঁওৰ প্ৰতি ঘৰৰে খানাতালাচ কৰিব।

হবেনে সিহঁতক বুজাই কলে তেওঁৰ লগত কোনো কাগজপত্ৰ নাই। তেওঁৰ পাঠশালা আৰু পাঠাগাৰ কোনো মেলমিটিঙৰ স্থান নহয়। মেল মিটিং কৰি ফুৰাৰ তেওঁৰ সময়ো নাই। অৱশেষত তেওঁ কলে,—

তোমালোকে মিছাকৈ সময় নষ্ট কৰিছা। এই গাঁওত চৰকাৰৰ বিৰুদ্ধে কোনো মেলমিটিং নহয়। আমাৰ এই অঞ্চলত কোনো গাঁওতে তেনেকুৱা মেলমিটিং নহয়। আমি আটায়ে দুখীয়া মানুহ খেতিবাতি কৰোঁ, খাওঁ, কোনো ৰকম জী থাকো। বৰঞ্চ তোমালোকে খবৰ কৰাগৈ, কোনে ইয়াত ডকাইতি আৰম্ভ কৰিছে। কোন দস্যুৰ দলে আমাৰ ঘৰৰ ছোৱালী তিৰোতা অপহৰণ কৰে, ধৰত জুই লগাই দিয়ে, দোকান পোহাৰ পুৰি পেলায়।

বন্দুকটো টোৱাই এটা পুলিছ আগুৱাই আহে। বাহিৰত লাহে লাহে মানুহৰ সংখ্যা বাঢ়ে। বন্দুকলৈ অহা পুলিছটোৰ ফালে চাই মানুহবিলাকে হাঁহে। মানুহৰ মাজৰ পৰা কোনোবাই কয়,—

মাৰা, বন্দুকমাৰা। গুলী ভিতৰত আছে নে নাই চাই লোৱা। মিছাকৈ আকৌ লাজ পাবা।

আন এজনে কয়,—

হৰেন বিছিলৰ গাত হাত দি চোৱা। আৰু তাৰ পাছত ইয়াৰ পৰা ওলাই যাবলৈ বাট বিচাৰি উলিওৱা। তেতিয়াহে পুলিছ।

হৰেনে লাহে লাহে বুজি পালে কথা বেয়াৰ ফালে গৈছে। ইয়াৰ পাছত লক্ষ্মীগঞ্জৰ মানুহৰ দুখ অবৰ্ণনীয় হব। কোনেও আৰু ইয়াত সুখে শান্তিৰে থাকিব নোৱাৰিব। হয়তো তেওঁৰ বাবেই গোটেই মানুহ-জাকৰ দুৰ্গতি হব। তেওঁ আগুৱাই আহি কলে,

আমি আটায়ে অনৰ্থক কাজিয়া কৰিছোঁ। বাৰু তোমালোকৰ সন্দেহ হৈছে যে মোৰ লগত নানাৰকমৰ কাগজপত্ৰ আছে। বেচ্, ক'ত চাব লাগে চোৱা। মই ইয়াতে আছোঁ। ইয়াত একো নাপালা। ইয়াৰ পাছত ক'ত চাবা? মোৰ য'ত ঘৰ আছিল তালৈ যদি যাব খোজা ব'লা। তাত এতিয়া আৰু ঘৰ নাই। ঘৰটো পুৰি গৈছে। ছাইথিনি চাই আহিবা বলা।

পুলিছবিলাকৰ এনেয়ে মগজ গৰম হৈ আছিল। এজনে আহি হৰেনৰ কান্ধত ধৰি জোকাৰি দি কলে,—

তাৰ মানেই তো তই কাগজবোৰ নষ্ট কৰিবৰ বাবে ঘৰত জুই লগাই দিছ। তোৰ ঘৰত আছিলেই বা কি? কিবাকৈ তই আগৰে পৰা সম্ভেদ পাইছিলি যে আমি আহিব ধৰিছোঁ, আৰু সেইবাবে—

তাৰ কথাষাৰ শেষ নহ'ল। কোনেও তৰ্কিবই নোৱাৰিলে কেনেকৈ কি হ'ল। কৰ পৰা যে মোনেন গৈ সিহঁতৰ কাষ পালে কোনেও ধৰিব নোৱাৰিলে। মোনেনৰ হাত দুখন লোহাৰ দৰে। তেওঁ একেচাটে পুলিছটোৰ হাতখন হৰেনৰ কান্ধৰ পৰা নমাই দিলে, আৰু আচম্বিতে পুলিছটোৰ দুই গালে ঠাচ্ ঠাচ্ কৰে দুই চৰ মাৰি দিলে।

এক মুহূৰ্ত্তকাল আটায়ে স্তম্ভিত হৈ গ'ল। তাৰ পাছত মুহূৰ্ত্ততে মানুহবিলাকে বুজিলে ইয়াৰ পৰিণাম কি হব। দাৰোগাজনে হুকুম

দিলে মোনেনক বান্ধি থানালৈ লৈ যাব। মানুহবিলাক ক্রমে ওচৰ চাপি আহে। মোনেনৰ গাত হাত দিয়া মাত্রকে এটা সৰুসুৰা যুদ্ধ হৈ যাব অৱশ্যম্ভাবী। দাৰোগাজনেও এই কথা বুজি পালে। সিহঁতৰ হাতত বন্দুক আছে। গতিকে অনায়াসে জোৰ কৰি মোনেনক লৈ যাব পাৰিব এই কথাও তেওঁ বুজি পালে।' কিন্তু নিবলৈ হলেই অন্ততঃ কেইজনমান মানুহ মৰিব। হয়তো অন্ততঃ এজন পুলিছো মৰিব। এই কথা হবেনেও বুজি পালে। তেওঁ কবলৈ ধৰিলে,—

তোমালোকে মোক গ্রেপ্তাৰ কৰিবলৈ আহিছিলা। মোক গ্রেপ্তাৰ কৰি লৈ যোৱা। কোনেও বাধা দিব নোৱাৰে। মই ইচ্ছা কৰি তোমালোকৰ লগত যাম, গতিকে হাত কেৰেয়া দিয়াৰ কোনো সকাম নাই। ব'লা।

দাৰোগাজনে এবাৰ সমবেত জনতালৈ কলে, এবাৰ মোনেনৰ ফালে চালে। তাৰ পাছত তেওঁ লগৰ পুলিছকেইটাৰ ফালে চালে। আটাইৰে চকুত হিংসাৰ অগণি জ্বলিব লাগিছে। মোনেনৰ চকু দুটা যেন দুকুৰা জুই, কোটৰৰ ভিতৰৰ পৰা চকু দুটাই যেন জুই বৰষিব লাগিছে। তেওঁ হবেন বিছিলক লগত ললে আৰু সমবেত জনতাৰ আগেদি হবেনক লৈ তাৰ পৰা গুচি গ'ল।

বুঢ়া মোনেনে দুই তিনিবাৰ থু পেলায়; আৰু আপোন মনে নিজকে নিজে কৈ থাকে,—

সিহঁতৰ আকৌ বিচাৰ, সিহঁতৰ ধৰ্ম। আমি মৰিয়েই আছোঁ। আমাৰ তিৰোতা ছোৱালী সিহঁতৰ হাতত দিয়ে থৈছোঁ। আমাৰ ঘৰ দুৱাৰ সা-সম্পত্তি সিহঁতৰ বাবে। আমাৰ অৱস্থাতকৈ মোডিৰ অৱস্থা বহুত ভাল। সি যাতনা পাইছে, লাঞ্চনা পোৱা নাই। বাচি থাকিবৰ একমাত্র এটা উপায়। সিহঁতক বাধা নিদিবি। সোণৰূপ নিবলৈ আহে য'ত যি অকণ আছে উলিয়াই দিবি। ঘৰত থাবলৈ কিবা বস্তু আছে উলিয়াই দিবি। ঘৰত ছোৱালী আছে, সিহঁত আহিলে সিহঁতৰ আগত পেলাই দি ওলাই আহিবি। তেতিয়া হলে ভয় নাই, বিপদ

নাই। সিহঁতক যি লাগে তাকে নিদি সিহঁতৰ ভৰিত ধৰি কান্দিলেও যি হব, সিহঁতক দুই চৰ মাৰিলেও সেয়েই হয়! ভৰিত ধৰি কান্দিলে ভৰিৰে লাঠ মাৰি তহঁতৰ ঘৰত সোমাব। দুই চৰ দিলে, পেটত চুৰি সোমাই দি ঘৰত সোমাব।

মোনেনৰ ভাগৰ লাগে। তেওঁ এডাল গছৰ ছাঁত বহি পৰে। বাকীবোৰ মানুহ ঘৰাঘৰি যায়। ডোবাৰ কবৰৰ ওচৰত মোণ্ডি বহি থাকে, কুষ্ঠই খাই নিয়া গেলি যোৱা অলস শৰীৰটো লৈ সি ভাতেই বহি থাকে। মোনেনে গছৰ ছাঁত বহি বাৰ্দ্ধক্যই জীৰ্ণ কৰা অলস শৰীৰটোলৈ আপোন মনে বকি থাকে, মানুহ জাতিকে ধিক্কাৰ দিয়ে,—

যা ঘৰলৈ যাগৈ। চাৰিজন পুলিছক মাৰি শেষ কৰি কবৰত থব নোৱাৰিলি, ঘৰলৈ যাগৈ। ঘৰত গৈ বিছনা কৰগৈ। বিছনাৰ কাপোৰ ধুই, ৰ'দত দি আৰামী বিছনা কৰগৈ। আৰু ছোৱালীবোৰৰ গাত তেলদি গাধুৱাই চিক্‌চিকীয়া কৰি ৰাখগৈ।

মোনেনে আকৌ থু পেলায়। থুখিনি তেওঁৰ নিজৰ ভৰিতে পৰে। সাজগড়ি যোৱাৰ পাছত তেওঁ ঘৰলৈ যায়। পেটত তেওঁৰ ভোক লাগি আছিল; কিন্তু একো খাবলৈ তেওঁৰ মন নাযায়। তেওঁ এনেয়ে লঘোণে শুই পৰে। বাহৰ ছাঙৰ ওপৰত তেওঁৰ বিছনা। তেওঁ শুই শুই ইকাটি সিকাটি কৰে কিন্তু তেওঁৰ টোপনি নাহে। ক'ত যেন এটা প্ৰচণ্ড অপমান তেওঁ অনুভৱ কৰে। অপমানত তেওঁৰ বুকুখন গধুৰ হৈ যায়। তেওঁকো পুলিছবিলাকে কিয় ধৰি নিনিলে তেওঁ ভাবি নাপায়। পুলিছক তেওঁ মানুহৰ আগতে অপমান কৰিছে, ই কম অন্যায় নহয়। তথাপি তেওঁক কিয় সিহঁতে নিনিলে। হয়তো সিহঁতৰ ডাঙৰ কিবা এটা ফন্দি আছে। এই অপমান সিহঁতে পাহৰিব নোৱাৰে। তথাপি মোনেনৰ নিজৰ ওপৰতে খং উঠে। খং উঠে তেওঁৰ দুৰ্ব্বল শৰীৰৰ বাবে। তেওঁৰ হাতৰ দুই চৰ খাই এটা সাধাৰণ মানুহে ঠিয় দি থাকিব নোৱাৰিলেহেঁতেন। সি পৰি গ'লহেঁতেন, হয়তো পৰি গৈ মূৰ্চ্ছা গ'লহেঁতেন, মুখেৰে তেজ ওলাই গ'লহেঁতেন। ডেকাবয়সত

মোনেনে অকলে কেৱল লাঠি এডাল হাতত লৈ বনবীয়া দতাল গাহৰীৰ লগত যুঁজ কৰিছিল। সেই মোনেনৰ নাম আজি বুঢ়া মোনেন। এবা, আচলতে তেওঁ বুঢ়া হৈছে। তেওঁৰ গাত আৰু শক্তি নাই। গাৰ মাংসপেশীবোৰ শিথিল হৈ গৈছে।

মোনেনৰ ধাৰণা হয় যেন তেওঁৰ চিল্‌মিল্‌কৈ অলপ টোপনি আহিছিল আৰু হঠাৎ সাৰ পাইছে। দৰাচলতে তেওঁৰ কিছুসময়ৰ বাবে গভীৰ টোপনি আহিছিল। নানা ৰকমৰ সন্দেহজনক শব্দ শুনি তেওঁৰ টোপনি ভাগি গ'ল। তেওঁৰ ধাৰণা হয় যেন বাহিৰত কিবা গোঙনিৰ দৰে শব্দ হৈছে। চাট্‌ কৰে তেওঁ বিছনাত বহি পৰে। আৰু উঠি বহিয়েই দেখে গোটেই গাতে ক'লাকাপোৰ পিন্ধা পাঁচছয়জন মানুহ। মানুহ কেইটাই ততকে ধৰিব নোৱাৰিলে কেতিয়া তেওঁ বিছনাৰ পৰা একেজাপে নামি হাতত যাঠি এপাত লৈ ললে। তেওঁ কোনো প্ৰশ্ন নকৰিলে আৰু পোনকোৰে যাঠিপাত এজনৰ বুকুলৈ মাৰি পঠিয়ালে। যাঠিপাত মানুহজনৰ বুকুত নপৰি বাহুৰ কাষেৰে কান্ধত সোমাই গ'ল আৰু ততালিকে মানুহজন মাটিত বাগৰি পৰিল। ক্ষিপ্ৰবেগে বাকী কেইজনে তেওঁৰ হাতত টাঙোনেৰে কোবাই তেওঁৰ হাত অবশ কৰি পেলালে।

তাহাতৰ লগৰ এজন মৰিল নাইবা মৰোঁ মৰোঁ হ'ল। গতিকে সিহঁতে তেওঁক মাৰি পেলাব পাৰিলেহেঁতেন। কিন্তু নামাৰিলে। কাৰণ তাহাতৰ অন্য উদ্দেশ্য আছিল। সিহঁতে আটাইকেইটাই ধৰি তেওঁৰ দুয়োখন হাত পাছপিনে বান্ধি পেলালে আৰু তেওঁক বাহিৰলৈ লৈ আহিলে। তেওঁলোকৰ চোতালতে ওচৰা ওচৰিকৈ কেইডালমান তামোলৰ গছ আছিল। মোনেনক সিহঁতে তামোল এজোপাৰ গুৰিলৈ লৈ আহিল। তেওঁ যাতে চিঞৰিব নোৱাৰে তেনেকৈ তেওঁৰ মুখ বান্ধি পেলাইছিল।

তামোলজোপাৰ গুৰিলৈ আহি পাইয়েই মোনেনে ঘৃণাত অপমানত লাজত মৰি যাবলৈ ইচ্ছা কৰিলে। মানুহ কেইটাই তেওঁক চোচোৰাই

তামোল জোপাৰ গুৰিলৈ নিলে। আৰু তামোল জোপাত আওজাই তেওঁক ঠিয় কৰালে। তামোল জোপাৰ প্ৰায় সাতফুট ওখত এডাল লোৰ মাৰি বন্ধা। সিহঁতে মোনেনৰ হাতৰ বান্ধ সোলোকাইদি—হাতদুখন টান ৰচিবে ওপৰৰ লোৰ মাৰি ডাল্বত ভালকৈ বান্ধিলে। যেন ইচ্ছা কৰিলেও তেওঁ বহিব নোৱাৰে, ঠিয় হৈ থাকিবলৈ বাধ্য হয়। তাৰ পাছত তেওঁৰ কোমৰেদি তামোল গছত টানকৈ বান্ধিলে। সৰ্ব্বশেষত তেওঁৰ দুয়োখন ভৰি লগ লগাই তামোল ডালৰ সৈতে বান্ধিলে।

তেওঁ দেখিলে ঠিক তেনেকৈয়ে তেওঁৰ পৰিয়ালৰ বাকী দুজন মানুহ, তেওঁৰ জোঁৱায়েক আৰু তেওঁৰ ছোৱালীজনীক বন্ধা আছে। এনেকৈ তিনিওজনকে বান্ধিছে যেন তেওঁলোক পৰস্পৰে পৰস্পৰক সম্পূৰ্ণ দেখা পায়। যেন কোনেও বহিবও নোৱাৰে; যেন কোনেও ইকাটি সিকাটি কৰি অইনফালে ঘূৰিবও নোৱাৰে। এনেকৈ সিহঁতক বান্ধিছে যে সিহঁতে পৰস্পৰে পৰস্পৰকৈ দেখিবলৈ বাধ্য। তেওঁৰ জোঁৱায়েকৰ গাৰ কাপোৰবোৰ সিহঁতে পেলাই দিছে। তেওঁৰ জীয়েকৰ গাতো ক'তো এটুকুৰাও কাপোৰ নাই।

মোনেনক তামোল গছ জোপাত ভালকৈ বান্ধি সিহঁতে তেওঁৰো গাৰ কাপোৰবোৰ খুলি লৈ গ'ল। মোনেনে চকু মুদিলে আৰু ভগবানক প্ৰাৰ্থনা কৰিলে যেন সেই মুহূৰ্ত্ততে তেওঁৰ মৃত্যু হয়। বন্ধা শেষ হোৱাৰ পাছত মানুহ কেইটাই এজন এজন প্ৰত্যেকৰে ওচৰলৈ গ'ল। প্ৰত্যেকজনে চকুমুদি থাকিবলৈ চেষ্টা কৰিছিল। কিন্তু সিহঁতে চকুত খুচি খুচি তেওঁলোকৰ চকু বন্ধ নোহোৱাকৈ ৰাখিলে। আধাঘণ্টামান সিহঁতে কেৱল তেনেকৈয়ে আনন্দ কৰিলে। কাৰো গাত এটা কোবো নামাৰিলে, কেৱল প্ৰতিজনৰে যাতে চকু মেল খাই থাকে তাৰ বাবে চেষ্টা কৰিলে। তেওঁলোকৰ চকু উখহি গ'ল। অৱশেষত মোনেনৰ চকুৰে তেজ ওলাবলৈ ধৰিলে। কিন্তু কোনেও আৰু তেওঁৰ চকু মেল খুৱাব নোৱাৰিলে।

বাতিপুৱা গাঁওৰ মানুহে আহি তেওঁলোকক মোকোলাই দিলে।

আৰু ঘৰৰ ভিতৰলৈ নি পৰিচৰ্য্যা কৰিলে। মোনেনে মুখেৰে এটা কথাও নামাতিলে, এটোপা পানী পৰ্য্যন্ত নাখালে। বাহৰ ছাঙৰ বিছনা খনতে তেওঁ চকুমুদি পৰি থাকিল। নানা সাধ্য সাধনা কৰিও তেওঁৰ মুখৰ পৰা কোনেও মাত উলিয়াব নোৱাৰিলে, একো এটা মুখৰ ভিতৰ কৰিবও নোৱাৰিলে। মানুহবিলাক যেতিয়া গ'ল, তেতিয়া মোনেন উঠিল, মজিয়াত পৰি শুকাই থকা তেজবোৰ ভৰিৰে মোহাৰিলে আৰু ঘৰৰ পৰা ওলাই গ'ল। তেওঁলোকৰ ঘৰৰ পৰা এমাইল দূৰত এডাল শিমলুগছত ওলমি থকা মোনেনৰ মৃতদেহ সিদিনাখনেই সন্ধিয়া গাঁওৰ মানুহবিলাকে বিচাৰি পালে। মূৰত মৰা পাগুৰিটোৰে ডিঙিত ফাঁচ লগাই মোনেন মৰি আছে।

*　　　*　　　*　　　*

কুৰ্ণৌ বিমোৰত পৰে। ৰাতিপুৱা সিহঁতৰ মিটিং হোৱাৰ কথা আছিল কিন্তু কাকলৈ আৰু মিটিং কৰিব। হৰেন বিছিল ফাটকত। বুদ্ধি দিবলৈ কোনো নাই। আনফালে লক্ষ্মীগঞ্জৰ পৰা কোনো এজন মানুহেই নাহিল। মোনেনৰ ভয়াবহ সংবাদ সিহঁতে পাইছে। ইয়াৰ পাছত লক্ষ্মীগঞ্জৰ পৰা কোনেও আহিব নোৱাৰিব, তাত বিচিত্ৰতা একো নাই। তেতিয়াও মানুহৰ মনৰ পৰা সাহস যোৱা নাই। কিন্তু এটাৰ পাছত এটা দুৰ্ঘটনাই সিহঁতৰ মন ভাঙি দিছে। মনত সিহঁতৰ উৎসাহ নাই। পথাৰ ভৰা পকা ধান। গাঁওৰ ল'ৰা-ছোৱালী বুঢ়া-বুঢ়ী আনন্দতে নাচি নাচি পথাৰতে দিনৰাতি কটালেহেঁতেন। আজি কাৰো উৎসাহ নাই। দুই এজনে ধান কাটিবলৈ আৰম্ভ কৰিছে। কিন্তু যৎ সামান্য। তথাপি ধান কাটি চপোৱাৰ বাবে সিহঁতে চিন্তা কৰা নাই। আটাই কেইখন গাঁওৰ মানুহ লগলাগি ধান কাটিলে মাত্ৰ সাতদিনৰ ভিতৰতে পথাৰ শেষ হৈ যাব। সাতদিনৰ ভিতৰত সিহঁতে পথাৰৰ ধান চপাই মাৰি ভঁৰালত থব পাৰিব। কিন্তু জীৱন যেতিয়া বিপন্ন তেতিয়া পথাৰৰ ধানৰ কথা কোনে ভাবে!

বাকী কেইখন গাঁওৰ পৰা দুই এজনকৈ মানুহ আহিল।

ফকিৰতলা, পাইকপাৰা, বাখালগঞ্জ এই কেইখন গাঁওৰ পৰা মানুহ আহিল। কিন্তু সিহঁতৰ বিশেষ আলোচনা একো নহ'ল। সিহঁতৰ অদম্য সাহস আছে কিন্তু ভৰসা নাই। আজিকোপতি সিহঁতে দস্যুবদলটোৰ এটাকো ধৰিব পৰা নাই। কেৱল সিহঁতৰ চাৰিখন গাঁওতেই নহয়, অন্যান্য গাঁওতো এনেকুৱা ঘটনাবোৰ ঘটিয়েই আছে। ল'ৰা-ছোৱালীৰ স্কুল প্ৰায় বন্ধ হৈ গৈছে, ৰাতি মানুহৰ টোপনি নোহোৱা হৈছে। ফকিৰতলাত ধান কাটিবলৈ যোৱা মানুহে ঘূৰি আহি কৈছে যে দুই এজন মানুহে অকলে পথাৰত ধানকাটিব আৰু নোৱাৰিব। আগদিনা কাটি থোৱা ধান পাছদিন পুৱা আৰু পোৱা নাযাব।

কুৰ্মোই তেওঁলোকক কলে,

আমাক যুক্তি পৰামৰ্শ দিবলৈ মানুহ নোহোৱা হ'ল। প্ৰতিদিনৰ ঘটনাবোৰে আমাৰ মনৰ বল নাইকিয়া কৰিলে। ঘৰপ্ৰতি হিচাব কৰিলে আমি মানুহ কম নহওঁ। এই পাঁচ খন গাঁওতে আমি জানো কম মানুহ? আন গাঁওবোৰতো আছেই। তিৰোতা মানুহ বুঢ়া মানুহ বাদ দিলেও আমি ডেকা মানুহেই কিমান শ হম? তথাপি আমি একো এটা কৰিব পৰা নাই। কেৱল মনৰ সাহস আৰু গাৰ জোৰ থাকিলেই অৱশ্যে আটাইবোৰ কাম নহয়, সেই কথা আমি সকলোৱে জানো। যিবিলাক আমাৰ শত্ৰু, তাহাঁতৰ অস্ত্ৰ শস্ত্ৰ যানবাহন সকলো আছে। তথাপি আমি জীয়াই থাকিবলৈ খোজো, কিবা এটা উপায় আমি অৱলম্বন কৰিবই লাগিব।

বাখালগঞ্জৰ পৰা অহা মানুহ এজনে কলে,—

প্ৰথমতে ধানবোৰৰ কিবা এটা ব্যৱস্থা কৰিব লাগে। আৰু পলম কৰিব নোৱাৰি। ধানবোৰ যদি চপোৱা নাযায়, আমি জীয়াই থাকিলেই বা কি খাম? আজি কেইজনৰ ঘৰত ধান আছে?

কুৰ্মো অলপ উৎসাহিত হয়। সি কয়,

ময়ো তাকে ভাবিছোঁ। আমাৰ জীয়াই থকাৰ পথ কি? প্ৰথম কথা হ'ল, আমাক যদি কোনেও মাৰি নেপেলায় তেনে আমি জী থাকিম।

গতিকে প্ৰথম সমস্যা হ'ল যে আমাক যাতে মাৰি পেলাব নোৱাৰে তাৰ বাবে এটা ব্যৱস্থা। দ্বিতীয় কথা জী থাকিবলৈ হলে আমাক লাগিব খাদ্যৰ ব্যৱস্থা। খাদ্য আমাৰ পথাৰতে পৰি আছে। তাৰপৰা আমি ঘৰত থব পাৰিলেই আমাৰ চিন্তাৰ ওৰ পৰিল। অৱশ্যে ঘৰৰ পৰাও চুৰি কৰি নিব পাৰে। তাৰ বাবেও ব্যৱস্থা কৰিব লাগিব! সংক্ষেপতে আমি এইটোকে ঠিক কৰিব লাগিব, ধানবোৰ কটাৰ ব্যৱস্থা আৰু যাতে দস্যুয়ে আহি আমাক মাৰি পেলাব নোৱাৰে তাৰ ব্যৱস্থা।

অন্য এজনে মাত লগালে,

ধান কাটিবলৈ মানুহৰ অভাব হোৱা নাই। লাহে ধীৰে কাটিলেও পোন্ধৰদিনৰ ভিতৰত আমি ধান কাটি শেষ কৰিব পাৰিম। ধান কাটি থকা সময়খিনিৰ ভিতৰত যাতে আমি জীয়াই থাকো তাবে বন্দোবস্ত কৰা।

কিন্তু ধান কাটিবলৈ পথাৰলৈ যাওঁতে,—আন এজনে কয়,—ঘৰৰ ছোৱালী তিৰোতাৰ কি হব ?

কুৰ্ণোই বহুত ভাবে আৰু কয়,

পোন্ধৰ কুৰি দিনৰ কথা নহয়। মই এটা কথা ভাবিছোঁ। আমি এখন এখন গাঁও লওঁ। পাঁচখন গাঁওৰ মানুহ আটাইখিনি গৈ এদিন এখন গাঁওৰ পথাৰ শেষ কৰিম। আটাইবোৰ মানুহ যাব পাৰিলে এদিনতে শেষ নোহোৱাৰ কোনো কাৰণ নাই। এদিন কাটিম, পাছদিনাখন চপাম। পাঁচ দিনৰ ভিতৰত আমাৰ আটাই কেইখন গাঁওৰ ধান কটাঁহৈ যাব। বা, খুব বেছি সাতদিন। সাতদিনৰ ভিতৰত ধান কটা শেষ হব। চপোৱা কাম অৱশ্যে বাকী থাকিব। কিন্তু মোৰ বিশ্বাস দহ বাৰদিনৰ ভিতৰত আমাৰ যাই কামটো শেষ হব। এবাৰ পথাৰৰ পৰা ধানকেইটা আনি ভঁৰালত থব পাৰিলে আমাৰ বাহিৰৰ কামখিনি শেষ হৈ যায়।

কথাটো আটাইখিনি মানুহৰে মনত লাগে। এইটোৱে ভাল দিহা.

আটাইবোৰ পথাৰতে অলপ অলপ কৈ কিমানদিনে সিহঁতে শেষ কৰিব ? যিমানে দিন পলম হৈ যায় তিমানে আৰু কত কি বিপদ আহিব কোনে জানে ? ধান কেইটা ঘৰত আনি থব পাৰিলে আৰু সিহঁতৰ ডাঙৰ চিন্তা এটা যায়। তাৰ পাছত ভগবানে জীয়াই ৰাখিলে তাহাতৰ আৰু চিন্তা নাই। ঘৰখন ৰক্ষা কৰিবলৈ প্ৰতিঘৰৰে প্ৰতিজনে চিন্তা কৰিব। সেয়ে ঠিক হয়। সিহঁতে আটাইবিলাকে ঠিক কৰিলে যে পাছদিনা ৰাতিপুৱাৰ পৰা সিহঁতে আৰম্ভ কৰিব কাম।

কুৰ্ণোই কলে,

আমি দিন পিছুৱাব নোৱাৰোঁ। আজি বেছি বেলি হোৱা নাই। আমি আজিয়ে আৰম্ভ কৰিম। এঘণ্টাৰ ভিতৰতে আমি আধামানুহ পথাৰত উপস্থিত হম। বাকী আধা দুঘণ্টাৰ ভিতৰত আহি পাব, দূৰৰ খিনি। মই এইমাত্ৰ ওলাই গৈ সকলোকে এই খবৰ দিম। আজি প্ৰায় আধাদিন পাম। গতিকে আজি সবাতকৈ সৰু পথাৰ খন লওঁ। সবাতকৈ সৰু পথাৰ কোন খন হব বাৰু ?

প্ৰতিজনে নিজৰ নিজৰ কথা ভাবিবলৈ ধৰিলে। পাইকপাৰাৰ মানুহ খিনিয়ে ভাবিলে প্ৰথমতে সিহঁতৰ কামটো শেষ হলে ভাল। ফকিৰতলাৰ মানুহখিনিয়ে কলে যে যদি সম্পূৰ্ণ নহয় নহওক, কিন্তু ফকিৰতলাতে কামটো আৰম্ভ কৰিব লাগে। কাৰণ ফকিৰতলা এমূৰত। ফকিৰতলাৰ পৰা কিছু দূৰলৈ কোনো গাঁও নাই। বাকী কেইখন গাঁও ওচৰা ওচৰি। উপদ্ৰব হলে ফকিৰতলাতে প্ৰথম হব। গতিকে ফকিৰতলাতে আজি কাম আৰম্ভ কৰিব লাগে। ৰাখালগঞ্জৰ মানুহ খিনিয়ে কলে যে আধা কৰা কামৰ একো লাভ নাই। কুৰ্ণোই কোৱা কথাই আটাইতকৈ ভাল। যিখন পথাৰৰ কাম আজিতে শেষ হব আমি সেইখন পথাৰকে আজি লওঁ। ৰাখালগঞ্জৰ ধাননি পথাৰ আটাইতকৈ সৰু। এশ মানুহে ধানকাটিব পাৰিলে ৰাখালগঞ্জৰ পথাৰ আজিতে শেষ হব।

কুৰ্ণোই তাকে ঠিক কৰিলে। কথাবোৰ যিমানে আলোচনা কৰি

থকা যায় তিমানে অযথা বাহুল্যতা বাঢ়ি থাকিব। সি অৱশেষত কলে,

আটাইবোৰ পথাৰতে আমি আটায়ে কাম কৰিম যেতিয়া, কোন খন পথাৰ প্ৰথমতে লও, কোনখন দ্বিতীয়তে এইকথা তিমান দৰ্কাৰী নহয়। ফকিৰতলাত সোনকালে কাম আৰম্ভ কৰিব লাগে; ই সঁচা কথা। ফকিৰতলাত আমি কাইলৈ বাতিপুৱাতে কাম আৰম্ভ কৰিম। এইকথা বাখালগঞ্জৰ পথাৰত আজিয়ে মই কৈ দিম। এটা কাম পূৰা কৰিব পাৰিলে নিজৰ মনতে যথেষ্ট আনন্দ পোৱা যায়। আজি আমি কিবা এটা সঙ্কল্প কৰিলোঁ। সেই সঙ্কল্প অনুসৰি আজিয়ে আমি কাম আৰম্ভ কৰিবলৈ ওলাইছোঁ। গতিকে যতেই আৰম্ভ কৰিম সেই কাম তাতেই আজি শেষো কৰিম। মিছাকৈ কথা খৰচ কৰি থাকিলে, সময় গৈ থাকিব। সেই বাবে আজি বাখালগঞ্জতে আৰম্ভ কৰোঁ। আৰম্ভ হওতেই দুপৰীয়া হব। আজি ধানকাটি শেষ কৰিম। কাইলৈ কুৰিজন মানুহে কুৰিখন গাড়ীৰে ধান চপাব আৰু বাকী আমি আটাইবোৰ ফকিৰতলালৈ যাম। বাতিপুৱাতেই আৰম্ভ কৰিলে, ফকিৰতলাৰ পথাৰ কাইলৈ শেষ হব। তাৰ পাছত লম পাইকপাৰা। বা, পাছৰ কথা পাছত।

তাহানি বাখালগঞ্জত বৰ সবাহ হৈছিল। কেনোবা এজন পীৰ এসময়ত বাখালগঞ্জতে আহি থিতাপি লৈছিল। তেওঁৰ খ্যাতি চাৰিওফালে বিয়পি পৰিছিল। নিতৌ শ শ মানুহ তেওঁৰ আশীৰ্ব্বাদ বিচাৰি আহিছিল। তেওঁৰ বিষয়ে নানা কাহিনী মুখেমুখে চলি আহিছিল। পীৰৰ বয়স যে কিমান সেই বিষয়ে নানা মানুহে নানা ধাৰণা কৰছিল। কোনেও কৈছিল তেওঁৰ বয়স পঞ্চাশৰ বেছি নহয়। কোনেও কৈছিল তেওঁৰ বয়স ছয়কুৰিৰ কম নহয়। পীৰৰ গাৰ বৰণ বগা, বৰফ বগা বুলিব পাৰি। তেজে ফুটো ফুটো কৰে। তেওঁৰ মুখৰ বাণী অব্যৰ্থ। মানুহে দুখত পৰিলেই তেওঁৰ ওচৰলৈ আহে।

কাৰোবাৰ সন্তান হোৱা নাই, তেওঁ আহিব পীৰৰ ওচৰলৈ আৰু পীৰে যদি কয় হব, দহমাহ পাছতে বাজীতিবোতাবো সন্তান হব। কাৰোবাৰ অসুখ, তেওঁ আহিব পীৰৰ ওচৰলৈ। পীৰে দিয়া এচোলপানী খুৱাই দিলেই অসুখ ভাল হৈ যাব।

পীৰকে সদায় মানুহে একে ঠাইতে দেখিছিল। প্ৰকাণ্ড এডাল বটগছ। তাৰ তলত এটা ঘৰ। ঘৰটো পকা, কোনে কেতিয়া সেই ঘৰটা পীৰক সাজি দিছিল কোনেও কব নোৱাৰে। বহুতে কয়, পকা-ঘৰটো আচলতে শিলৰ। যেই পীৰ তালৈ আহিল, তেতিয়াই শিলৰ ঘৰটো মাটিৰ তলৰ পৰা ফুটি ওলাল। এতিয়া মানুহে চুনতেল দিয়া বাবে ঘৰটো পকাৰ ঘৰ যেন দেখি। আচলতে কিন্তু গোটেইটো ঘৰেই শিলৰ। মানুহে কয় যে এই কথা বহুতে প্ৰমাণ কৰিছে। বেৰবোৰত হাতুৰিৰে কোবাই চাইছে। ক'তো জোৰা নাই। বেৰবোৰত কোনো ইটাও নাই। পাহাৰৰ গুহাবোৰ যেনেকুৱা ঠিক তেনেকুৱা এই ঘৰটো। মাথোন ই ওপৰতে আছে। ঘৰটোৰ সন্মুখৰ পিনে খোলা। খোলা ঠাই খিনিতে পীৰ বহি থাকে। ভিতৰৰ ফালে কি আছে কোনেও কব নোৱাৰে। বতি দোভাগতো মানুহে দেখিছে পীৰ বাহিৰতে বহি থাকে। তেওঁ যে কেতিয়া শোৱে, কেতিয়া খায় কোনেও দেখা নাই। তেওঁ ক'ত শোৱে তাকো মানুহে নাজানে। সকলোৱে ভাবে যে তেওঁ বাহিৰতে শোৱে। আৰু তেওঁ কেৱল বতাহ খাইয়ে জীয়াই থাকে।

তথাপি মানুহৰ কৌতূহল নকমে। ভিতৰৰ ফালে কি আছে চাবলৈ মানুহৰ হেপাহ হয়। পীৰ হঠাৎ কেতিয়াবা নাইকিয়া হয়। তেওঁ নোহোৱা হব খুজিলে মানুহৰ আগতে অন্তৰ্ধান হব পাৰে। হয়তো তেওঁ মানুহৰ লগতে কথা কৈ আছে, কাৰবাক অলপ পানী, কাৰবাক কিহবাৰ ছাই, কাৰবাক বা আকৌ কিবা এডাল শিপা, এইবোৰ দি আছে। হঠাৎ মানুহে দেখিলে পীৰ নাই, পীৰ বহা আসনখন পৰি আছে। বগা এখন কাপোৰ পাৰি তেওঁ বহি থাকে। তেওঁৰ ওচৰত কেতিয়াও কোনো মানুহ নাথাকে। আন কোনো বয়বস্তুও নাথাকে।

বগা এখন কাপোৰৰ ওপৰত বঙচুৱা বগা বৰণৰ পীৰজন বহি থাকে। আৰু হঠাৎ মানুহৰ আগতে অন্তৰ্ধান হৈ যায়। মানুহে দেখে যেন বগা ধোঁৱা কিছুমান গোটমাৰি হঠাতে আকাশলৈ উৰি গ'ল। মানুহে ধৰি লৈছিল যে পীৰৰ কেবাটাও বাসস্থান আছে। যেতিয়াই য'তে তেওঁৰ ইচ্ছা হয় তালৈকে গুচি যায়। যেতিয়া তেওঁ গুচি যায়, তাৰ পাছত বহুদিন আৰু কোনেও তেওঁক দেখা নাপায়। কেতিয়াবা মাত্ৰ সাতদিন কেতিয়াবা আকৌ দুই তিনি মাহৰ বাবে তেওঁ নোহোৱা হয়।

যেতিয়া তেওঁ নোহোৱা হয় তেতিয়া দুই একজন দুঃসাহসী মানুহে তেওঁৰ ঘৰৰ ভিতৰখন চাবলৈ চেষ্টা কৰিছিল। কিন্তু কোনেও নোৱাৰিলে। এজনে কিছুদূৰ গৈছিল, তাৰ পৰা ওলাই আহিল অন্ধ হৈ। ওলাই আহি তেওঁ কলে যে ঘৰৰ ভিতৰখনত জ্বলন্ত জুই। সোমোৱা মাত্ৰকে প্ৰথমে চকুদুটা পুৰি যায়, আৰু তাৰ পাছত জুইৰ হোহোৱনি শব্দই কাণত টাল মাৰি ধৰে। আন এজনে সাহস কৰি গৈছিল। ঘৰৰ ভিতৰত জ্বলা জুই থাকিব পাৰে তেওঁ বিশ্বাস নকৰিলে। তেওঁৰো সেই একে অৱস্থাই হ'ল। কোনোপ্ৰকাৰে জীয়াই জীয়াই যেতিয়া তেওঁ ওলাই আহিল তেওঁ অন্ধ হ'ল। তাৰ পাছত আৰু কোনেও ঘৰটোৰ ভিতৰত সোমাবলৈ যত্ন কৰা নাছিল।

বাখালগঞ্জত তেতিয়া মানুহৰ বসতি নাছিল। মানুহ আছিল দূৰৰ গাঁও বিলাকত। তথাপি আটাইতকৈ বেছি মানুহৰ সমাগম বাখালগঞ্জতে হৈছিল। কাৰণ গোটেই বছৰে পীৰৰ দৰ্শন পাবলৈ বহুত দূৰৰ পৰা মানুহ তালৈ আহিছিল। সেই সময়তে পীৰে বছৰত এবাৰকৈ এটা সমাৰোহ পাতিছিল। ফাগুন মাহত এদিন জুম্মাবাৰত তেওঁ বাহিৰ ওলাই সকলো মানুহৰ লগত নামাজ পঢ়িছিল। সিদিনাখন বাখালগঞ্জত এটা বিৰাট উৎসৱ। হিন্দু মুছলমান আটায়ে এই সভালৈ আহিছিল। মুছলমান সকলে নামাজ পঢ়িছিল, হিন্দুবিলাকে বহি বহি চাইছিল। নামাজ অন্তত পীৰে নিজে বাতাচা ভগাই দিছিল সকলোকে—হিন্দুমুছলমান সকলোকে। প্ৰথমতে বেছি মানুহ নহৈছিল, ওচৰৰ গাঁওৰ পৰা যিখিনি

মানুহ আহিব পাৰে তেওঁলোকে আহি যোগ দিছিল। ক্রমে বছৰৰ পাছত বছৰে মেলা ডাঙৰ হ'ল। শেষভগে মেলা ইমান ডাঙৰ হ'ল যে নামাজ পঢ়া বন্ধ হৈ গ'ল, থাকিল কেৱল মেলা। তাৰ পাছত হঠাৎ এবাৰ পীৰ তাৰপৰা নাইকিয়া হ'ল। মানুহে ভাবিছিল পীৰ আকৌ ঘূৰি আহিব। কিন্তু তেওঁ আৰু ঘূৰি নাহিল।

কিন্তু মেলা বন্ধ নহ'ল। মেলাৰ নামেই হ'ল পীৰৰ মেলা। অগণন মানুহ ফাগুন মাহত পূৰ্ণিমাৰ পাছৰটো শুক্রবাৰে বাখালগঞ্জৰ পীৰৰ মেলালৈ আহে। আজিও প্রকাণ্ড বটগছৰ ডাল আছে। কিন্তু তাৰ তলতে যিটো ঘৰ আছিল সেই ঘৰটো কেতিয়াবাতেই ভাগি ছিগি শেষ হৈ গৈছে। সেই ঘৰটো সম্বন্ধে কিমানবে জনশ্রুতি আছিল আজি কোনেও আৰু কৰকে নোৱাৰে। পীৰৰ মেলা বছৰৰ পাছত বছৰ চলি থাকে।

বাখালগঞ্জৰ পথাৰত ধানে ঢৌ খেলি থাকে। বতাহত পকা ধানৰ গোন্ধ ভাহি আহে। দেখিলেই মানুহৰ তৃপ্তি হয় এনে ধুনীয়া ধান। লাহে লাহে পাঁচজন দহজনকৈ মানুহবোৰ আহি গোট খায়। ধান কাটিবলৈ যেতিয়া সিহঁতে আৰম্ভ কৰে তেতিয়া ঠিক ভৰ দুপৰীয়া হৈছে. প্রকাণ্ড এখন পথাৰৰ ধান সিহঁতে কাটি আজিয়ে শেষ কৰিব লাগিব, সেই বাবে সিহঁতে তাৰাতাৰি কামত লাগি যায়। ডেকা গাভৰু সকলোৱে মিলি ধান কাটে। আনকি গাঁওৰ বুঢ়া বিলাকেও আহি ওচৰতে বহি চাই থাকে। মাজে মাজে তেওঁলোকে ধপাত লগাই দিয়ে আৰু ওচৰতে বহি থকা সৰু ল'ৰা-ছোৱালীবিলাকে চিলিমবোৰ পথাৰৰ মাজত ধান কাটি থকা মানুহবোৰক দি আহে।

কুৰ্নৌইও ধান কাটে। মনা কৰা সত্বেও চিত্রামণি তাইৰ ভায়েকটোৰে সৈতে কুৰ্নৌৰ লগতে আহে। চিত্রাৰ গা অতি বেয়া। তাইৰ মনটোত ভয় হয় যদি হঠাৎ ক'ৰবাত তাইৰ বেছি গা অসুখ হয়। বেছি গা অসুখ হলে কি কৰিব তাই, ঘৰলৈ বেছ দূৰ, আনৰ ঘৰত এনেকুৱা অৱস্থা লৈ তাই কেনেকৈ সোমাব। তথাপি তাই আহে

কুৰ্ণোই তাইক বুজাই কয়, যে হঠাৎ অসুখ হলে ইমান বিপদ হব যে সি ভাবিব নোৱাৰে। কোনো কথা নুশুনি তাই যেতিয়া যাবলৈ ওলাল শেষ বাৰৰ বাবে কুৰ্ণোই তাইক বাধা দিবৰ চেষ্টা কৰিলে। কুৰ্ণোই স্পষ্ট ভাবে কৈ দিলে যে তাইৰ যিমান অসুখেই নহওক কিয়, আটাইবোৰ মানুহক পথাৰত থৈ সি তাইক লৈ ঘৰলৈ ঘূৰি আহিব নোৱাৰিব। তথাপি তাই কয় তাই যাবই। নিৰুপায় হৈ কুৰ্ণোই সুধিছিল,—

বাৰু এটা কথা কোৱা। তোমাৰ বোধেৰে, কেতিয়ালৈ হোৱাৰ কথা ?

হাঁহি হাঁহি তাই কৈছিল,

তুমিয়ে কোৱাছোন বাৰু, তোমাৰ বোধেৰে কেতিয়ালৈ হোৱাৰ কথা ? হিচাব কৰি চালে আজি মোৰ নমাহ পূৰ হৈ সাতদিন গৈছে। ভাৰমানে আজিও হব পাৰে কাইলৈও হব পাৰে, আৰু পোন্ধৰদিনলৈ নহবও পাৰে।

কুৰ্ণোৰ খং উঠি যায়।

পোন্ধৰদিনলৈ নহব পাৰে কিয়, পোন্ধৰ মাহলৈও নহব পাৰে। তোমাৰ কথা শুনিলে খং উঠি যায়। তুমি নিজে একো গম নোপোৱা নেকি ? এতিয়াই বেছ হাঁহি হাঁহি কৈছিলা আজিও হব পাৰে। যদি হয় ? পথাৰৰ কেচা মাটিৰ ওপৰত পকা ধানৰ মাজত বেছ সুন্দৰ হব নহয় জানো ?

মোনা এখনত খাবলৈ কিবাকিবি অলপ লৈ তাই কুৰ্ণোৰ সমুখত ঠিয় দি কৈছিল,

আজি মোৰ কি ইচ্ছা হৈছে জানা ? মোৰ কেৱল ইচ্ছা হৈছে যেন মোৰ ল'ৰা এটা তোমাৰ পেটত ওপজে। তেতিয়া হলে হয়তো তুমি নিজে বুজিলাহেঁতেন কিয় মই নমাহ সাতদিন পূৰ হোৱা সত্বেও ঠিবাং কৈ একো কব নোৱাৰো। বলা, তুমি দেখিবা, মই মৰি গলেও তোমাক পথাৰৰ মাজৰ পৰা ভুলাই লৈ নাহোঁ। যিমান মন যায় ধান কাটিবা, মোৰ কালে ঘূৰি চাব নালাগে। মিছা কৈছোঁ যদি বাৰি আহি মোক

কাটি পেলাবা। তথাপি তোমাক এৰি মই ইয়াতে অকলে থাকিব নোৱাৰোঁ।

কুৰ্ণো ওলাই আহে। অকণমান ভায়েকটোক হাতত ধৰিলৈ চিত্ৰামণি পাচে পাচে আহে। বেছি বেগাই তাই খোজ কাঢ়িব নোৱাৰে। কুৰ্ণো কিছুদূৰ গৈ আকৌ থামে, নিজৰ মনৰ খণ্ডতে কিবাকিবি নিজকে নিজে বকি থাকে। চিত্ৰামণি ওচৰ পাই ক্ৰয়,—

থামিলা কিয় ? যোৱা, মই বাট চিনি পাওঁ। ও, আক এটা কথা শুনি যোৱা। মোৰ এই সময়ত মোক গালি পাৰিব নাপায়।

কুৰ্ণোই আচৰিত হৈ সোধে—

গালি ? তোমাক মই কেতিয়া গালি পাৰিলোঁ ?

পাৰিছিলা। এইমাত্ৰ পাৰিছিলা। কি বুলি গালি দিছিলা মই শুনা নাই, কিন্তু কিবাকিবি গালি পাৰিছিলা নিশ্চয়। এতিয়া যোৱা আকৌ বেগাই যোৱা গৈ। পথাৰৰ কেচা মাটিৰ ওপৰত, পকা ধানৰ মাজত........

তাই মুখত কাপোৰ দি হাঁহে। খিক্‌খিক কৈ হাঁহে। কুৰ্ণোই একো নামাতি বেগাই যায়। হাঁহি বন্ধ কৰি তাই কয়,—

আক মাত্ৰ এটা কথা শুনি যোৱা। ইয়াৰ পাছত যদি মোৰ মুখৰ পৰা এটা শব্দও ওলায় তেনে মোৰ নাম চিত্ৰামণি নহয়।

কুৰ্ণোৰ সঁচাকৈয়ে খং উঠে। সি অকণমান থামে আৰু কয়,

তুমি জানা যে মই যিমানে সোনকালে পাওঁগে, তিমানে সোনকালে আমাৰ কাম আৰম্ভ হব। আমাৰ পদে পদে বিপদ, তাকো তুমি জানা। মই জানো তুমি বেগাই খোজ কাঢ়িব নোৱাৰা, অথচ মই যেতিয়া কলোঁ নালাগে বাথালগঞ্জলৈ যাব, তুমি সেই কথাত কৰ্ণপাতকে নকৰিলা, কি কথা বাৰু ?

মই কম বেগাই খোজ কাঢ়া নাই। তুমি আগবাঢ়িছা, কাৰণ তুমি দৌৰিছা। কথাটো শুনিলে খং নকৰা তো ? মই সুধিব খুজিছিলোঁ তোমাক ইস্কুলত পোৱেত্ৰি কোনে পঢ়াইছিল।

তোমাৰ মুৰত কিন্তু কিবা এটা হৈছে লাহে লাহে। কুৰ্ণৈাই খং কৰি কয়। পোৱেত্ৰি কোনে পঢ়াইছিল, মেথচ্ কোনে পঢ়াইছিল! সঁচা, তোমাৰ কিবা এটা হৈছে। ইয়াৰ পাছত বোধহয় সুধিবা যে জন্মৰ সময়ত মোৰ মুৰত কেইডাল·চুলি আছিল।

চিত্ৰাই আগৰদৰে হাঁহি হাঁহি কয়,—

সেই প্ৰশ্ন নোসোধোঁ। কাৰণ কেইদিনমান পাছতে মই এনেয়ে এই প্ৰশ্নটোৰ উত্তৰ জানিম। মই সুধিছিলোঁ তোমাক পোৱেত্ৰি কোনে পঢ়াইছিল, মানে, কোন মাষ্টৰে।

কিয়? এই প্ৰশ্নটো আজি কিয় ইমান দৰ্কাৰী হৈ উঠিল? মোৰ এটা কবিতাও মুখস্থ নাই, কবিতা শুনিবৰ মন গৈছে নেকি?

সময় থাকিলে বহি বহি·কবিতা শুনিলোঁহেতেন। কবিতা শুনি মোৰ ভাল লাগে, গান শুনিও ভাল লাগে। কিন্তু কবিতা ভাল লগাৰ বাবে মই তোমাক পোৱেত্ৰি মাষ্টৰৰ কথা সোধা নাছিলোঁ। তোমাৰ মাষ্টৰজন বোধ হয় অসম্ভৱ ভাল আছিল। সেই গুণে তোমাৰ কথাবোৰত কবিতা ওলায়, "পথাৰৰ কেচামাটিৰ ওপৰত, পকা ধানৰ মাজত,—"

কুৰ্ণৈা বেগাই যায়। চিত্ৰামণিয়ে ভায়েকৰ হাতত ধৰি লাহে লাহে গৈ থাকে। তাইৰ সাত বছৰীয়া ভায়েকে সিহঁতৰ কথা একো বুজি নাপায়। সি মাজে মাজে বায়েকৰ মুখলৈ চায়, কেতিয়াবা ওপৰলৈ চায়, কেতিয়াবা উজুটি খাই পৰে। চিত্ৰাই মাতে,

আংজেং।

ভায়েকে তাইৰ মুখলৈ চায়। তাই মোনা খনৰ পৰা এটুকুৰা পিঠা তাক খাবলৈ দিয়ে, আৰু আপোনমনে কৈ থাকে,—

জান জেং, মোৰ মৰম কৰিবলৈ মন যায়—সমস্ত জীৱনটো ভাল পাই থাকিবলৈ মন যায়। মন যায় যেন যুগৰ পিছত যুগ কুৰ্ণৈাক ভাল পাই থাকিম, তাক বুকুৰ মাজত লৈ থাকিম। কিন্তু চিৰদিন মোৰ ভয়তে গ'ল। শান্তিৰে হিয়া উবুৰিয়াই কোনো দিনে মই তাৰ

মৰম কৰিব নোৱাৰিলোঁ। বিয়াৰ আগতে তাক পোৱাটো কল্পনাৰ বাহিৰত আছিল। যিদিনা মই তাক পালোঁ সিদিনা কলহ আৰু লাঞ্ছনাত মোৰ জীৱন তিক্ত হৈ গৈছে। লাহে লাহে সেই তিক্ততা মই পাহৰিলোঁ। কিন্তু যেই মই নিজৰ জীৱনৰ তিক্ততা পাহৰিবলৈ আৰম্ভ কৰিলোঁ, ঠিক তেতিয়াই আহি পৰিল মহামাৰী। জান মোৰ আংজেং মই জীৱনত এটা শান্তিৰ মুহূৰ্ত্ত নাপালোঁ। কোনোবাদিনা জানো পাম!

পথাৰত মানুহবিলাকে হাঁহে। পকি দোখাই থকা ধানৰ গছবোৰ কাচিৰে মেৰিয়াই লয় আৰু খিচিক্ কৰে কাটে। কাটি সৰু সৰু মুঠি বান্ধে। মুঠি বান্ধি মুঠিবোৰ দমাই থয়। ধানৰ শুংবোৰ তাহাঁতৰ হাতে ভৰি লাগে, পকা ধানৰ গোন্ধবোৰ সিহঁতৰ নাকলৈ আহে। সিহঁতে গীত গায়। যাৰ যি মন যায় সেই গীতকে গায়। কিছুমানে আকৌ এনেই কিবা সুৰ টানে—ক'ৰবাত শুনা বুজি নোপোৱা গীতৰ সুৰ। কোনোবাই বিঙিয়ায়, কোনো কাৰণ নোহোৱাকৈ অবাবতে অকাৰণ আনন্দতে বিঙিয়ায়। ছোৱালীবিলাকে সমানে ধান কাটে, সমানে গীত গায়। বুঢ়াবিলাকে জুই ফুৱাই ফুৱাই ধপাত লগায়, কেইহোপামান মাৰে আৰু দাঁত নোহোৱা মুখ মেলি হাঁহে।

সিহঁতৰ ভৰিৰ খোজ কেচা কুমলীয়া মাটিৰ ওপৰত দ হৈ বহি যায়। সিহঁতৰ কলাফুল বিলাকত নৰাৰ আঁচোৰ লাগে। কিছুমান ধান সৰি মাটিত পৰে। আৰু সিহঁতে অবিৰাম ধান কাটে।

এন্ধাৰ ৰাতিৰ ক'লা চাঁৰ মাজত জোনাকী পৰুৱাবোৰ ঘূৰি ফুৰে। পথাৰত পৰি থকা ধানৰ দ'ম বোৰত জোনাকী পৰুৱাবোৰ জাকে জাকে উৰি আহি পৰে। জোনাকী পৰুৱাৰ পোহৰত অন্ধকাৰৰ মাজতো ধানৰ সোণালীশিহবোৰ জিলিকি উঠে। ধানৰ শুকান পাতবোৰত বতাহ লাগে, আৰু পুত্‌পাত্‌ শব্দ হয়। দিনত ধানকটা মানুহৰ ভৰিৰ গছকত হালি পৰা নৰাবোৰ আচম্বিতে ঠিয় হৈ উঠে। পথাৰৰ পৰা মানুহবোৰ যোৱাৰ পাছত, পথাৰত এটা অস্বাভাৱিক জীৱন সাৰ

পাই উঠে। জোনাকী পৰুৱাৰ পোহৰৰ মাজত ধানৰ শুকান পাতৰ ৰৰমৰণি উঠে; হালি থকা নৰাবোৰ জিকাৰ খাই ঠিয় হৈ উঠে; পকা ধানৰ সোণালী সিহবোৰৰ আভা চিটিকি পৰে; নিস্তব্ধ পৃথিবীৰ নীৰৱ ভাষাবোৰ চাৰিওফালে বিয়পি পৰে।

খেৰৰ ছালৰ জুপুৰী ঘৰৰ মাজত মানুহবিলাকে বিশ্রাম লয়। বিশ্রামৰ মাজতে মতামানুহবোৰে কাচিত ধাৰ দিয়ে। কিছুমানে চক্‌চকীয়া কাচিবোৰ এনেয়ে লাবি চায়, নালবিলাক ঠিক হৈ আছেনে নাই পৰীক্ষা কৰে; আৰু মলিনোহোৱা কাচিবোৰ এনেয়ে নিজৰ কলাফুলতে মচি মচি থৈ দিয়ে। নৰাৰ আঁচোৰবোৰ সিহঁতে ৰাতি হলে গম পায়। নৰাৰ আঁচোৰ লাগি সিহঁতৰ হাতে ভৰি বহুত ঠাইত তেজ ওলাই আকৌ গাতে শুকাই গৈছে। সিহঁতে কষ্ট নাপায়, কোনো দুখ অনুভৱ নকৰে। বৰঞ্চ আঁচোৰ খাই তেজ ওলোৱা ঠাইবোৰ দেখি সিহঁতৰ আনন্দ লাগে। এআঠু বোকাপানীৰ মাজত সিহঁতে হাল বাইছিল। বৰষুণত তিতি ৰ'দত শুকাই সিহঁতে ধান কইছিল। সেই ধান পকিছে। সেই পকা ধান সিহঁতে কাটি পথাৰত দ'ম কৰি থৈছে। পকা ধানৰ গোন্ধ গাঁৱে গাঁৱে বিয়পি গৈছে। সেই বাবে শৰীৰৰ কষ্ট সিহঁতে পাহৰি যায়। নিজৰ গাৰ পৰা ওলোৱা তেজ দেখি সিহঁতে আনন্দ পায়।

তিৰোতা মানুহখিনিৰ গায়ে মুৰে ধানবোৰ লাগি থাকে। ধানৰ মুঠিবোৰ বান্ধোতে কিবাকৈ ধানবোৰ তেওঁলোকৰ মুৰত পৰে। দীঘল চুলিবিলাকৰ মাজত ধানবোৰ লাগি ধৰে আৰু এটা এটাকৈ ধানবোৰ আঁতৰ কৰোতে দুই এডাল চুলি উভালি আহে। গাৰ কাপোৰতো ধান লাগি আছে। তেওঁলোকে পৰস্পৰে পৰস্পৰৰ গাৰ পৰা ধানবোৰ একৰাই দিয়ে আৰু হাঁহে। দুই এজনীয়ে কেচা ধানবোৰ দাঁতেৰে চেপি ধৰে।

পেষ্টৰ ডেভিদছনৰ অকাৰণতে ভাগৰ লাগে। অথচ তেওঁ বিশ্রাম লব নোৱাৰে। তেওঁ বাথালগঞ্জৰ পথাৰলৈ গৈছিল। তেওঁ নিজে

ধান কটা নাই। তেওঁ ইচ্ছা কৰিলেও কোনেও তেওঁক পথাৰত নেমি ধান কাটিবলৈ নিদিয়ে। তেওঁ বাত্তিপুৱাবে পৰা দিনটো ওচৰতে বহি মানুহবিলাকৰ উৎসাহ দেখিলে, কিমান কষ্ট তেওঁলোকে কৰিব পাৰে চাই তবধ মানিলে। মানুহবোৰ পথাৰত থাকোতেই তেওঁ কাকৰ-কান্দিলৈ উভটি আহিল। গির্জালৈ গ'ল, ঘৰত আছি দুই এখন গ্ৰন্থ লুটিয়াই চালে। কিন্তু তেওঁ ক'তো মনোযোগ দিব নোৱাৰিলে।

কিয় তেওঁৰ ভাগৰ লাগে, তেওঁ ধৰিব নোৱাৰে। কষ্টৰ কাম তেওঁ একো কৰা নাই। মানুহবিলাকে কষ্ট কৰিছে আৰু তেওঁ ঠিয়হৈ চাইছে। চাওঁতে চাওঁতে তেওঁৰ বাৰু কিয় ভাগৰ লাগে। তথাপিও তেওঁ শ্ৰান্ত হৈ পৰে। তেওঁৰ মনলৈ অগণন শঙ্কা আহে। মনটো তেওঁৰ ভাৰগ্ৰস্ত হৈ পৰে। চকুদুটা মুদি পৰি থাকিবলৈ তেওঁৰ মন যায়। অথচ তেওঁ চকু মুদিব নোৱাৰে। চকু মুদিলেই যেন তেওঁৰ চকুৰ আগেদি অশৰীৰী বিপদবোৰ জপিয়াই পাৰ হৈ যাব। তেওঁৰ যেন একান্ত পহৰাৰ দৰ্কাৰ।

তেওঁ বহি বহি চিন্তা কৰে। সন্ধিয়া লাগিছে মাথোন। বিলামণিয়ে ভাত ৰান্ধিছে। ভাত খাই উঠি তাই যাবগৈ। কুৰ্ণোৰ ওচৰত তাইক থৈ আহিব পাৰিলে পেষ্টৰ নিশ্চিন্ত। নিশ্চিন্ত হবলৈ পেষ্টৰৰ কোনো যুক্তি নাই। তেওঁলোক এতিয়া বিপদৰ পৰা মুক্ত এই কথা তেওঁ নাভাবে। চাৰিওকালে বিপদবোৰে তেওঁলোকক আগুৰি ধৰিছে এই কথা তেওঁ গম পায়। কুৰ্ণোৰ ঘৰ বিপদৰ পৰা আঁতৰত থাকিব নোৱাৰে। বৰঞ্চ কিবা যদি বিপদ হয়, কুৰ্ণোৰ ঘৰতে প্ৰথম হব, এই কথা তেওঁৰ মনলৈ আহে। তথাপি, বিলামণিৰ বাবে কুৰ্ণোৰ ঘৰেই একমাত্ৰ আশ্ৰয়ৰ স্থান। পেষ্টৰে তাইক ৰাখিব নোৱাৰে। তেওঁ গির্জাতে পৰি থাকিব। বিলামণিৰ দায়িত্ব তেওঁ বহন কৰিব নোৱাৰে।

তেওঁ উঠি বাহিৰলৈ আহে। দূৰৰ গির্জাটোৰ ফালে তেওঁ চায়। ভগৱানৰ বাহিৰে পৰিত্ৰাণ কৰোঁতা কোনো নাই। ভগৱানেই

তেওঁলোকক পৰিত্ৰাণ কৰিব। সেই গির্জাটোৰ ভিতৰতে বোধ হয় কিবা এটা শক্তি লুকাই আছে। সেই শক্তিয়ে তেওঁলোকক ৰক্ষা কৰিব, তেওঁলোকৰ শৰীৰত বল দিব, মনত উৎসাহ দিব। আৰু যদি তাত কোনো শক্তিয়ে নাই, তেনেহলে তেওঁলোক আটাইবিলাকেই মৰিব। নিজৰ শক্তিৰে তেওঁলোক বাচিব নোৱাৰে। তেওঁলোক আটাইবিলাকে ধ্বংস হৈ যাব।

গির্জাৰ ওখ চুড়াটো মনিব নোৱাৰি, যেন আকাশৰ অন্ধকাৰ চুড়াটোলৈ নামি আহিছে। গির্জাটোৰ চাৰিওফালে ধোঁৱাবোৰ ডাঠ হৈ যায়। আৰু অলপ পাছতে সম্পূর্ণ গির্জাটো নেদেখা হৈ যাব। গির্জ্জাৰ ওচৰৰ ঘৰবোৰ নেদেখা হব; গছ-গছনিবোৰ নেদেখা হৈ যাব। ধোঁৱা আৰু অন্ধকাৰে লাহে লাহে গছ-গছনি, ঘৰ-দুৱাৰ, হাবি-বননী ঢাকি পেলাব! পথাৰত দ'ম কৰি পেলাই থোৱা ধানবোৰ নেদেখা হব। পথাৰত ঠিয় হৈ থকা ধানবোৰো নেদেখা হব। আটাইবিলাক বস্তুৱেই নাইকিয়া হব। থাকিব কেৱল এন্ধাৰ।

পেষ্টৰ ঘৰৰ ভিতৰলৈ আহি চকীখনৰ ওপৰত বহি পৰে। চকু মুমুদিব বুলি ভবা সত্ত্বেও তেওঁৰ চকু মুদ'খাই আহে। হঠাৎ তেওঁ সাৰ পাই থকা অৱস্থাতে যেন সপোন দেখে। তেওঁ এটি শব্দ শুনিবলৈ পায়,—যেন বননীত শুকান পাতৰ ওপৰেদি বগাই যোৱা এচাটি বতাহ, যেন ক'ৰবাত শিলৰ ওপৰেদি বাগৰি যোৱা সৰু জুৰি এটিৰ মৃদু ধ্বনি,—যেন কাৰবাৰ কবৰৰ ওচৰত বহি কান্দি থকা কোনোবা মাইকী মানুহৰ হা-হুতাশ। তেওঁ যেন স্পষ্ট শুনিবলৈ পায়, তেওঁলোকৰ গাঁৱৰ ওচৰেদি বৈ যোৱা জুৰিটোৱে গতি সলাই গির্জাটোৰ কাষেদি, তেওঁৰ ঘৰৰ ওচৰেদি, পকা ধানবোৰৰ ওপৰেদি শন্ শন্ কৰি বৈ যাব ধৰিছে। তেওঁ যেন দেখা পায় যে জুৰিৰ পানীৰ ওপৰত বগা ফেন আৰু বগা বগা কহুৱা ফুল। দীঘল বগা কহুৱা ফুলবোৰ ফেনৰ মাজত সোমাই দুই এৰাৰ কঁপি উঠি আকৌ সোঁতত উটি গৈ আছে। বগা ফেন আৰু বগা কহুৱা ফুলৰ মাজত তেওঁ হঠাৎ যেন এটাৰ ক'লা চুলি দেখা পায়।

চাৰিওফালে কহুৱা ফুলবোৰৰ মাজত ক'লা চুলিটাৰো যেন ওপঙি ওপঙি গৈ আছে। তাৰ পাছত তেওঁ যেন এটা শৰীৰ দেখা পায়, ওপঙি গৈ থকা এটা নাৰীদেহ। গোটেই পিঠিখন উদং কৰি অকুণ্ঠভাবে যেন নাৰীদেহটো ওপঙি ওপঙি উটি উটি গৈ আছে। আচম্বিতে তেওঁ যেন দেখা পায়, সেয়া বিলামণি। যেন বিলামণিৰ অপূৰ্ব্ব দেহটো শুভ্ৰ কহুৱাৰ মাজত সোমাই নৈত উটি গৈছে।

ডেভিদছন উছাৎ মাৰি ঠিয় হয়। চকু মেলিয়ে তেওঁ দেখা পায় ঘৰৰ ভিতৰত অসম্ভৱ পোহৰ। যেন চাৰিওফালে জুই জ্বলি উঠিছে। পোহৰবিলাকে ঘৰৰ ভিতৰতে যেন ঢৌ খেলি আছে। ধীৰে ধীৰে তেওঁ গম পায় যে এই পোহৰ তেওঁলোকৰ ঘৰৰ চৌকাৰ পৰা আহিছে। হয়তো চৌকাত বেছিকৈ খৰি সোমাই দিয়া আছিল, এতিয়া আটাইবিলাক জ্বলি উঠিছে। তেওঁ চৌকাৰ ওচৰলৈ যায়। কিন্তু বিলামণি ক'লৈ গ'ল!

* * * *

* * *

আৰু আজি কিছুদিন ধৰি ৰঘুনাথৰ চকুলৈ টোপনি নাহে। পাইকপাৰাৰ ৰঘুনাথ দালুৰ নাম ওচৰৰ দহখন গাঁৱে জানে। সেই ৰঘুনাথ আজি ঘৰৰ পৰা নোলোৱা হ'ল। তাৰ জীৱনত কোনো উৎসাহ নাইকিয়া হ'ল। যিদিনাখন তাৰ ঘৰত ডকাইতি হ'ল, জাগি থকা সত্বেও সি একোকে কৰিব নোৱাৰিলে, ডকাইতক মাৰিবলৈ যাওঁতে নিজে মাৰ খালে, সিদিনাৰ পৰা তাৰ জীৱনৰ উৎসাহ-উদ্দীপনা নাইকিয়া হ'ল। তাৰ মনতে ধাৰণা হ'ল যেন ডকাইতবিলাকৰ মাজৰ অন্ততঃ এজন মানুহৰ সি চিন ৰাখিছে। দেখামাত্ৰকে সি সেইজন মানুহক চিনি পাব। চিনিপোৱা মাত্ৰকে সি মানুহজনক কি কৰিব সেই বিষয়ে তাৰ মনত অকণো দ্বিধা নাই। আৰু এদিন নহয় এদিন সি সেই মানুহজনক বিচাৰি উলিয়াব। যি মুহূৰ্ত্তত তাৰ মনলৈ এইভাব আহে—যে এদিন সেই মানুহজনক সি পাব, সেই মুহূৰ্ত্তত তাৰ দুয়োটা চকুৰ পৰা

অগণি ৰবযে, তাৰ উশাহবোৰ খৰ হয়, তাৰ নাকদুটা ম'হৰ নাকৰদৰে বহল হৈ উঠে, আৰু সি ইফালে সিফালে ঘূৰি ফুৰে। আন একো উপায় নাপালে সি অযথা তাৰ ঘৈণীয়েককে গালি পাৰে।

অথচ ঘৈণীয়েকক তাৰ অসম্ভৱ ভাল লাগে। আজি তিনিবছৰৰ ভিতৰত সি পোন্ধৰদিনৰ বেছি ঘৈণীয়েকক এৰি দূৰত থকা নাই। বেহাবেপাৰৰ বস্তু আদি কিনিবৰ বাবে সি কেতিয়াবা দূৰত থাকিব লগীয়া হয়, ঘৰলৈ উভটি আহিব নোৱাৰে। উপায়ান্তৰ হৈ সি কোনোমতে এটা ৰাতি বা দুটা ৰাতি আঁতৰত থাকে। কিন্তু গোটেই নিশা তাৰ ঘৈণীয়েকলৈ মনত পৰে। তাৰ চকুলৈ টোপনি নাহে। আৰু অবাবতে তাৰ খং উঠে। যিমানে খং উঠে তিমানে তাৰ টোপনি নহা হয়, তিমানে ঘৈণীয়েকৰ মুখখন তাৰ চকুৰ আগত বেছিকৈ জিলিকি উঠে। সি বিৰি খায় আৰু ঘামি উঠে। তাৰ পাছত সি বাহিৰলৈ উঠি আহে, বিচাৰি ক'ৰবাৰ পৰা পানী আনি পানী খায়, আৰু শুবলৈ চেষ্টা কৰে। কিন্তু তাৰ কাণলৈ আহে ঘৈণীয়েকৰ সুবুজা ভাষাৰ কথাবোৰ,—চকুলৈ আহে ঘৈণীয়েকৰ গাৰ অস্পষ্ট ৰংবোৰ, আৰু নাকলৈ আহে ঘৈণীয়েকৰ দেহৰ বাগীলগা ক্লান্তিভৰা গোন্ধবোৰ।

এদিনাখনৰ ঘটনা ৰঘুনাথৰ আজিও মনত পৰে। তাৰ বিয়া কৰোৱাৰ তেতিয়া প্ৰায় এবছৰ হৈছে। ধৰিবলৈ গলে ৰঘুনাথ সকলে পৰা প্ৰায় অকলশৰীয়া। গতিকে বিয়া কৰোৱাৰ পাছতো সি আৰু তাৰ ঘৈণীয়েক অকলে থাকে। তাঁহাতৰ কামত সহায় কৰিবৰ বাবে ঘৰত সদায়ে লৰা এটা থাকে। পথাৰত তাক সহায় কৰিবলৈ কেবা জনো মানুহ অৱশ্যে থাকে। বিয়া কৰোৱাৰ পাছতো সি শহুৰেকৰ ঘৰলৈ নগৈ নিজৰ ঘৰতে থাকিল। কাৰণ বাপেকৰ দিনৰে ৰঘুনাথৰ সম্পত্তি বহুত আছিল। শহুৰেকৰ ঘৰত এজাক লৰা ছোৱালী। গতিকে সিহঁতে আহি বেলেগে থাকিল।

পাছদিনাখন পুৱা ৰঘুনাথ বেপাৰলৈ যোৱা কথা আছিল। সিহঁত ছজন মানুহ আৰু ছয়খন গাড়ী, যাওঁতে পূৰা এদিন লাগে, আহোঁতে

এদিন আৰু সেই বজাৰত থাকিব লাগে এদিন। মুঠতে তিনিদিন। তিনি দিনৰ বাবে ৰঘুনাথ ঘৰৰ পৰা আঁতৰত থাকিব লাগিব। ভাবিলেই তাৰ মনটো বেয়া লাগে। দিনৰ দিনটো সি কেৱল ভাবে নোযোৱাই ভাল আছিল। কিন্তু বাকী পাঁচজনৰ আগত কথা দিয়া হৈ গ'ল, এতিয়া নাযাব লাগিলেই সি হাঁহিয়াতৰ পাত্ৰ হব। ঘৰলৈ যে তাৰ টান বেছি এইকথা আটায়ে জানে। যোৱা নহলে আটায়ে তাৰ মুখৰ আগতে কৈ দিব যে ৰঘুনাথ যে বজাৰলৈ যাব নোৱাৰিলে, কেৱল ঘৈণীয়েকৰ বাবে। তাৰ বাহিৰে অইন কাৰণ একো নাই।

অথচ ৰঘুনাথৰ ঘৈণীয়েক সুন্দৰী নহয়। তাই চুটিচাপৰ, মুখখন প্ৰায় গোলাকাৰ। ওঁঠটো ৰবক্ত অলপ বেছি ডাঙৰ। এখন গালত দীঘল এটা আঁচোৰৰ দাগ। হয়তো সকতে ক'ৰবাত কাঁইটীয়া বেৰত লাগি গালখন চিৰি গৈছিল। ৰঘুনাথৰ ভাল লাগে তাইক। কথাবোৰ কওঁতে তাই কিবা সুৰ লগাই কয়, মাতিলে তাই ওচৰলৈ আহি প্ৰায় গাতে লাগি ঠিয় দিয়ে। চুলিবোৰ তাই প্ৰায়ে নাবান্ধে আৰু আধাখিনি চুলি বুকুৰ ওপৰত পৰি থাকে। কিবা কথা এটা সুধিলে, প্ৰশ্নটো শেষ হোৱাৰ আগতে তাই উত্তৰ দিয়ে,—যেই সেই কিবা এটা কৈ দিয়ে। খং কৰি কথা কলে তাই নিমিষতে কান্দে, আৰু কান্দা সময়ত মৰম কৰিবলৈ গলে তাই খং কৰে। মানুহে মনমাৰি থাকিলে তাই সহ্য কৰিব নোৱাৰে, নানা কথা কৈ মনৰ দুখ পাতলাই দিয়ে।

আৰু তাইৰ মৰমবোৰ আচৰিত। তাইৰ ধৰাবান্ধা সময়ো নাই, ধৰাবন্ধা নীতিও নাই। যেতিয়াই মন যায় তেতিয়াই যেনে ইচ্ছা তেনেকৈ মৰম কৰে। পথাৰত ভুঁই কই থাকোঁতে হঠাৎ হয়তো তাইৰ মৰম কৰিবলৈ ইচ্ছা হয়। তেতিয়াই তাই দৌৰি গৈ ওচৰতে কোঁৰমাৰি থকা ৰঘুনাথৰ পিঠিৰ বোকাবোৰ চুলিৰে মচি দিয়ে। আৰু তাৰ পাছত— বোকাময় চুলিবোৰ তাৰ নাকৰ আগত ধৰে। ৰঘুনাথে ভাত খাই থাকোঁতে তাই কেতিয়াবা তাৰ ভাত খাই থকা হাতখন চেলেকি দিয়ে। ৰঘুনাথ শুই থাকিলে তাই কেতিয়াবা হঠাৎ তাৰ মুদ খাই থকা চকুৰ

ওপৰত তাইৰ বুকু লগাই দিয়ে। ৰঘুনাথে তাইৰ মৰমবোৰ পাহৰিব নোৱাৰে।

তিনিদিনৰ বাবে সি যাব, গতিকে ৰঘুনাথৰ মনটো আপোনা আপুনি বেজাৰে ভৰি পৰে। সি অৱশ্যে স্পষ্টভাবে ঘৈণীয়েকক কব নোৱাৰে তাৰ মনত কিহৰ দুখ। কিন্তু দুখবোৰ ওলাই পৰে। আচল কথাটো ঢাকিবৰ বাবে সি কয়—

ম'হদুটাৰ বাবে ভয় নাই, মোৰ লগতে থাকিব। কিন্তু দুয়োটা বলদে ইয়াত থাকিব। বলদ দুটা—

তুমি মুঠেও বলদ দুটাৰ কথা ভবা নাই।—তাৰ ঘৈণীয়েকে কয়। মই থাকোঁতে বলদ দুটাই অকণো কষ্ট নাপায়, তুমিও জানা। তোমাৰ মনটো কিয় বেয়া লাগিছে মই জানো।

আচলতে কৈছোঁ। বলদ হালে কষ্ট পালে মই সহিব নোৱাৰোঁ!

ঘৈণীয়েকে তাৰ আগত ভাতৰ থালখন দি কয়,—

আগেয়ে ভাত খোৱা। তাৰ পাছত বলদৰ কথা ভাবিবা। আৰু সঁচাকৈয়ে যদি তাহাঁতৰ বাবে মনটো বেয়া লাগে, তেনে নাযাবা। ঘৰত থাকিলে বলদ হালকো দেখি থাকিবা, লগে লগে মোকো দেখি থাকিবা। গাঁৱৰ মানুহ আটায়ে কয় তুমি মোক নেদেখিলে থাকিব নোৱাৰা। গাঁৱৰ মানুহে কেনেকৈ বুজিপায় জানো? মই জনাটো বেলেগ কথা। তুমি বোধহয় আটাইৰে আগত কৈ ভাল পোৱা, নহলে কেনেকৈ জানিব?

মই কত কথা চিন্তা কৰি মৰিব লাগিছোঁ,—ৰঘুনাথে কয়। টকা পইচাৰ কথা আছে, পথাৰৰ খেতিৰ কথা আছে,—ম'হ বিলাক ৰখাৰ কথা আছে। তেওঁৰ মুখত কেৱল একেটা কথা। মই ইমান কেঁচুৱা হৈ গলোঁ নে যে তিনিদিন মই অকলে থাকিব নোৱাৰোঁ! কছোন বাৰু, আচলতে যদি বাতিপুৱা লৰাটো নাহে,—

লৰাটো আহিব। —তাই কয়। সি নিতৌ আহে, গতিকে কাইলৈ আহিব, পৰহিলৈও আহিব। এইবাবেই যদি তোমাৰ চিন্তা

তেনে এই চিন্তা আৰু নকৰিলেও হব। মোৰ কিন্তু সন্দেহ হয়, তুমি কেৱল চিন্তা কৰিছা মোক এৰি থৈ তুমি কেনেকৈ যাবা।

টকাবোৰ ক'ত থৈছ?—ৰঘুনাথে সোধে।

তুমি এতিয়া অদৰকাৰী কথাবোৰ কৈ পলম নকৰিবা। তাতকৈ সোনকালে ভাত কেইটা খাই উঠি বোৱা। তুমি উঠি গৈ বিবিটো খাই শেষ কৰা মানে মোৰ ভাত খোৱা হৈ যাব। কাইলৈ বাতিপুৱালৈ বহুত সময় আছে।

বাতিপুৱা মানে?—ৰঘুনাথে আচৰিত হৈ কয়। বাতিপুৱাৰ আগতে আমি যাম। পোহৰ হোৱাৰ আগতে আমি যাত্ৰা কৰিব লাগিব। যেতিয়া ৰ'দ উঠিব তেতিয়া আমি কাকৰকান্দিৰ পৰা পাঁচ মাইল যাম গৈ।

হব বাৰু, তাৰ ঘৈণীয়েকে কয়। মই তোমাক জগাই দিম। মই বিছনাৰ পৰা উঠি আহিলে, তুমি আপোনা আপুনি উঠি আহিবা। বিছনাখনত তুমি অকলে শুই থাকিলে তোমাৰ ভয় লাগে, মই কেবাদিনো বুজি পাইছোঁ।

পাছদিনাখন দোকমোকালিতে সিহঁতে যাত্ৰা কৰিলে। ৰঘুনাথো গ'ল। মুঠতে কুৰি মাইল ৰাস্তা। বজাৰখন পোৱাৰ তিনিমাইল মান আগত প্ৰায় চাৰি মাইল জুৰি এখন ডাঙৰ হাবি। এই চাৰি মাইল বাটত বিপদৰ ভয়। বাঘ ওলায়, হাতীও ওলায়। এই চাৰি মাইলৰ বাহিৰে আৰু ক'তো বিপদ নাই। কোনো বিপদ বিঘিনি নোহোৱাকৈ সিহঁত দুজন মানুহ গৈ সন্ধিয়া সময়ত বজাৰখন পালে। সিহঁতে তাতেই ৰাতি থাকিব। পাছদিনাখন বজাৰৰ বয়বস্তু কিনি আকৌ ঘৰলৈ উভটি আহিব। এয়ে তাঁহাতৰ যুক্তি আছিল।

সন্ধিয়া গৈ পাই সিহঁতে হাতমুখ ধুলে। বাটত বাঘৰ গোন্ধ পাই অহা ম'হবিলাকক সিহঁতে আদৰ-সাদৰ কৰি খুৱালে আৰু বান্ধি থলে। নিজে কেইটামান ভাত ৰান্ধি সিহঁতে খালে, আৰু শুই থকাৰ বন্দোবস্ত কৰিলে। তাঁহাতৰে দৰে আৰু বহুত মানুহ বজাৰ কৰিবলৈ তাতে

গৈ থিতাপি লৈছে। গতিকে ভয় বা শঙ্কাৰ কোনো কাৰণেই নাই। হঠাৎ কোনো বনৰীয়া জন্তু আহি ওলাব পাৰে, সেই ভাবি সিহঁতে বাহিৰত জুই জ্বলাই থলে। অকণি অকণি পজা ঘৰবোৰত মাটিত খেৰ পাৰি সিহঁতে শুই থাকিল।

অসুবিধা হ'ল ৰঘুনাথৰ। তাত যিমান মানুহ গোট খাইছিল তাৰ ভিতৰত ৰঘুনাথেই আটাইতকৈ বলী। তাৰ খং উঠিলে কাৰো পৰিত্ৰাণ নাই, এই কথা বহুতেই জানে। তাৰ মনত যদি কিবা এটা আক্ষেপ লাগে, তেনে সেই আক্ষেপৰ সি পোটক তুলি এৰিব, এই কথাও বহুতে জানে। মুঠৰ ওপৰত ৰঘুনাথ কেৱল বলীয়ে নহয় তাৰ সাহসো আছে। তাৰ মনত ক্ৰোধ জন্মিলে কোনো বিপদলৈ সি ভয় নকৰে।

কিন্তু সি ঘৈণীয়েকক পাহৰিব নোৱাৰে এই এটা মাত্ৰ তাৰ দুৰ্ব্বলতা। সিদিনাখনো সি ৰাতি ভাত খাই উঠি আনবিলাকৰ লগতে শুলে। কিন্তু তাৰ টোপনি নাহিল। শুৱাৰ পাছতে তাৰ তন্দ্ৰা লাগিছিল মাথোন; হঠাৎ তাৰ ধাৰণা হ'ল যেন তাৰ ঘৈণীয়েক বেৰখনৰ বাহিৰত ঠিয় হৈ আছে। যেন বেৰৰ ফাকেদি, বাহিৰত জ্বলি থকা জুইৰ পোহৰত তাইক দেখা যায়। সি ধৰফৰকৈ উঠি বহি আকৌ শুই পৰে। শুই শুই সি প্ৰথমে তাইৰ বোকা লাগি থকা চুলিটাৰ দেখা পায়। চুলিটাৰ ভালকৈ মণি পোৱাৰ আগতে সি তাইৰ কাণ দুখন দেখা পায়। তিমান একো ধুনীয়া নহয়, কেন্তু কোমল। সি যেন কোমলতা খিনি দেখা পায়। তাৰ পাছত চকুদুটা দেখা পায়, চকুদুটাৰ লগতে গালদুখন দেখে। গালদুখন আঁতৰি যোৱাৰ লগে লগে সি তাইৰ ওঁঠটো দেখে—দাঁতবোৰ দেখে। কিন্তু কোনো এটাই খুব স্পষ্ট নহয়—স্পষ্ট ভাবে একো এটা সি দেখা নাপায়। ক্ষীণ পোহৰৰ মাজেদি দেখা আকৃতিৰ দৰে, তাৰ ঘৈণীয়েকৰ অবয়ব বোৰ তাৰ চকুৰ আগলৈ আহি আঁতৰি যায়।

সি আকৌ শুবলৈ চেষ্টা কৰে। ওচৰেদি বৈ যোৱা জুৰিটোৰ

াত তাৰ কাণত পৰে। হঠাৎ দুই এটা চৰায়ে মাতে। ম'হ বিলাক দীঘল দীঘলকৈ উশাহ লয়। অইন এটা জুপুৰি ঘৰৰ তলত আন এজন মানুহে এটা বিৰি জ্বলাই লৈ হুপে। বিৰি হুপাৰ শব্দ সি শুনি পায়। সি নিজেও এটা বিৰ খোৱা উচিত, সি ভাবে। চকু মেলিয়ে সি দেখা পায়, দূৰৰ গাঁওখত এটা জুপুৰী ঘৰত এটা চাকি জ্বলিছে। গোটেই গাঁওখন শুইছে, মাত্র এঘৰ মানুহৰ ঘৰত এটা চাকি জ্বলিছে। সি আকৌ চকুমুদি ভাবে। সিহঁতৰ ঘৰত বোধ হয় কাৰবাৰ অসুখ কোনোবা কেঁচুৱাৰ অসুখ কৰিছে সেইবাবে সিহঁতে চাকি জ্বলাই ৰাখিছে কিন্তু কেঁচুৱাৰ কান্দোন সি নুশুনে। নানা কাৰণত সিহঁতে চাকি জ্বলাব পাৰে। তাৰ ঘৈণীয়েকেও কেতিয়াবা শোৱাৰ পৰা উঠি চাকি জ্বলায়। বাহিৰলৈ যাব লাগিলেই তাই চাকি জ্বলাই বাহিৰলৈ যায় ভয় লাগিলেও ৰঘুনাথক তাই তাইৰ লগত বাহিৰলৈ যাব নিদিয়ে তাইৰ বোলে লাজ লাগে। চাকিটো দুৱাৰৰ ওচৰতে থৈ তাই অকলে বাহিৰলৈ যায়।

হঠাৎ ৰঘুনাথৰ গোটেই গাটো শিয়ৰি উঠে। আচম্বিতে সি তাইৰ নাইটো দেখা পায়। যেন একেবাৰে স্পষ্টভাবে দেখা পায়। প্রথমবাৰ সি তাইৰ নাইটো দেখি অবাক হৈ গৈছিল। তাইৰ নাইটো বেছ দ। নাইটোৰ কাষৰ ছালখিনিৰ ৰংটো একেবাৰে মুকীয়া, তাইৰ বাকী গাটোৰ ৰঙৰ লগত নিমিলে। নাইৰ তল ফালে পেটটো ওখ। নাইটোৰ পৰা বুকুৰ ফালে ওপৰলৈ যেন এটা দ আঁচ, অথচ আচলতে দ নহয়। নাইটোৰ ওচৰতে ওপৰে তলে দুটা ক'লা তিল। ঠেক কোমৰ থনৰ মাজতে, ওখ তলপেটটোৰ ওপৰত, দুটা ক'লা তিলৰ মাজত তাইৰ নাইটো দেখি ৰঘুনাথে তবধ মানিছিল। সি নাইটো চাই থাকোঁতে হঠাৎ তাই তাইৰ গাটো কিবা এটা কৰি দিছিল। মিহি কোমল পেটটো হঠাতে টান হৈ উঠিছিল, নাইটো বেছি দ হৈ গৈছিল, নাইটোৰ দুকাষে মাংসপেশীবোৰ ফুলি উঠিছিল। আৰু তাৰ মনত পৰিছিল, হাল বাওঁতে পথাৰত হোৱা সীবলু বোৰৰ কথা।

ৰঘুনাথে শোৱাৰ পৰা উঠি আহে। সি এটা বিবি জ্বলায়, আৰু ম'হবোৰ য'ত বন্ধা আছিল তালৈ যায়। ম'হবোৰে শুই শুই একান্ত মনে ঘাহ পাগুলিয়াই আছিল। সি অকাৰণতে তাৰ দুয়োটা ম'হৰ ওচৰলৈ যায় আৰু সিহঁতৰ গাত হাত বুলাই দিয়ে। তাৰ পাছত সি জুবিটোৰ পাৰলৈ যায়। এন্ধাৰ ৰাতি জুবিটোৰ পানীবোৰ জিলিকি থাকে। শিলৰ ওপৰেদি বাগৰি যাওঁতে পানীবোৰে মৃদু শব্দ কৰে। সি চকুয়ে মুখে পানী দিয়ে। আৰু তাৰ পাছত আকৌ শুই থাকে।

পাছদিনাখন কাৰো বাধা নুশুনি সন্ধিয়া সি ঘৰলৈ উভটি আহে। ৰাতিহোৱাৰ আগতে সি ডাঠ হাবিখিনি পাৰ হৈ লয়। সেই খিনিতে তাৰ মনত ভয় লাগিছিল। হাতীয়ে বাঘে ভৰা হাবিখনত তাৰ নোম ঠিয় হৈ উঠে। তথাপি সি আহি ঘৰ পায়।

সেই ৰঘুনাথৰ আজি মনত শান্তি নাই। ডকাইতি হোৱাৰ দিনাখন তাৰ হাতত এখন দা আছিল। সিদিনাখনৰ পৰা দাখন সদায় তাৰ হাতত থাকে। শুৱাৰ সময়তো তাৰ ওচৰতে সি দাখন থৈ দিয়ে। মাজে সময়ে সি দাখনত ধাৰদি চক্ চকীয়া কৰে। ৰাখালগঞ্জলৈ ধান কাটিবলৈ যাওঁতে তাৰ হাতত কাচি এখন আছিল; কিন্তু কোমৰতে সি দাখনো লৈ গৈছিল। কাৰণ এটা কথা তাৰ মনৰ পৰা নাযায় যে যিদিনাখন তাৰ ঘৰত ডকাইতি হৈছিল সিদিনা তাহাঁতে তাৰ ঘৈণীয়েকৰ গাত হাত দিছিল নিশ্চয়। নহলে তাই মূৰ্চ্ছা যায় কিয়। যি মানুহে তাৰ ঘৈণীয়েকৰ গাত হাত দিছিল, সেই মানুহ জনক পাব পাৰিলে তাৰ দাখন কামত লাগিব, এই আছিল তাৰ আশা। ধৰিবলৈ গলে সি একপ্ৰকাৰ পাগল হৈ গৈছিল।

ৰাখালগঞ্জৰ পৰা ঘূৰি আহোঁতে তাৰ মনটোত কেৱল আশঙ্কা জাগিছিল। তাৰ মনটোৱে কৈছিল এই পৰিশ্ৰম বৃথা। সিহঁতৰ কপালত আৰু সুখ নাই। সিহঁতৰ দুৰ্গতি আৰু লাঞ্ছনাৰ ওৰ নপৰে। তাৰ মনত পৰে মোনেনৰ লাঞ্ছনাৰ কথা, ভোবাৰ হত্যাৰ কথা, হৰেন বিছিলৰ অপমানৰ কথা। সিহঁতৰ প্ৰত্যেকে শাস্তি পাইছে, লাঞ্ছনা

খাইছে—আৰু হয় মৰিছে নহয় মৃত্যুৰ পথত আগুৱাইছে। কিন্তু কোনেও প্ৰতিশোধ লব পৰা নাই। হয়তো প্ৰতিশোধ লোৱাৰ বাবে জীয়াই আছে মাত্ৰ ৰঘুনাথ দালু।

গোটেই দিনটো পথাৰত কাম কৰি ৰঘুনাথ শ্ৰান্ত হৈ পৰিছিল। বাৰ্থালগঞ্জৰ পৰা পাইকপাৰাৰ সিহঁতৰ ঘৰলৈ দূৰো কম নহয়। ঘৰ আহি পাই ভাত কেইটাখান খাই সি বাহিৰ ওলাই আহে। আজি কালি সদায়ে সি বহুত ৰাতিলৈ দাখন হাতত লৈ ঘৰৰ চাৰিওফালে ঘূৰি ফুৰে এই কথা তাৰ ঘৈণীয়েকে জানে। প্ৰথমতে তাই ভীষণ আপত্তি কৰিছিল। অৱশেষত আপত্তি কৰিবলৈ বাদ দিয়ে। কাৰণ আপত্তি কৰিলেই কাজিয়া হয়। অকথ্য ভাষাৰে তাইক গালি দিয়ে। গতিকে তাই একো নামাতে। সি খাই উঠি যোৱাৰ পাছত তাই নিজে খায়; তাৰ পাছত বাচন বৰ্ত্তন বোৰ পৰিষ্কাৰ কৰি তাই শুই থাকে। দুৱাৰখন খোলাই থাকে বাবে ভয়ত তাইৰ টোপনি নহয়। কিন্তু ৰঘুনাথ বাহিৰত থাকে বাবে দুৱাৰ বন্ধ কৰিবও নোৱাৰে। সি অনাই বনাই বহুত ৰাতিলৈ ঘূৰি ফুৰে। অকণমান শব্দ এটা পালেই সি গছ বা জোপোহাৰ আঁৰত লুকাই অপেক্ষা কৰে। ডকাইতবদল এদিন যেতিয়া আহিছিল, আৰু বিশেষকৈ এদিন যেতিয়া সিহঁতে তাৰ ঘৈণীয়েকক দেখিছিল, সিহঁতে নিশ্চয় আৰু আহিব। আৰু ৰঘুনাথে বিশ্বাস নকৰে সিহঁতে আচলতে ডকাইত। ৰঘুনাথে ভাবে সিহঁত ডকাইত নহয়। ডকাইতৰ ভাও ধৰি অহা সাধাৰণ মানুহ। সিহঁতৰ অস্ত্ৰ-শস্ত্ৰ, বন্দুক-বাৰুদ এনেয়ে পোৱা। কোনোবাই সেই বিলাকৰ যোগান ধৰিছে। সিহঁতৰ সমাজৰ সকলোৱে এইটোকে বাঞ্ছা কৰে। এইবোৰ লাগবান্ধ নোহোৱা নানা কথা ভাবি সি ভাগৰত কাতৰ হোৱা দেহটো লৈ অনাই বনাই ফুৰে; আৰু তাৰ ঘৈণীয়েকে দুৱাৰ খুলি থৈ তাৰ বাবে অপেক্ষা কৰি কৰি কেতিয়াবা শুই পৰে।

* * * * *

ভাত খাই উঠি কুৰ্ণোই ঠিক কৰিব নোৱাৰে সি বিলামণিক

আনিবলৈ যাব লাগিব নে নালাগে। তাৰ শহুৰেকে তাইক নিজে লৈ অহা কথা। গতিকে কুৰ্ণোৰ যোৱাৰ কোনো প্ৰয়োজন নাই। আৰু তাৰ ভাগৰো লাগিছে অসম্ভৱ। আনেও ৰাখালগঞ্জৰ পথাৰত ধান কাটিছে সিও কাটিছে। কিন্তু সি দুগুণ উৎসাহেৰে দুগুণ পৰিশ্ৰম কৰি ধান কাটিছে। কাৰণ সি জানে সি ঢিলাই দিলে আটাই বিলাকেই তাক অনুসৰণ কৰিব। গতিকে সি নিজৰ কষ্টৰ ফালে নাচাই বিশ্ৰাম নোলোৱাকৈ ধান কাটিছে। ধান কটাৰ তাৰ অভ্যাসো নাই। গতিকে নানা ঠাইত সি দুখ পাইছে। তথাপি সি বিশ্ৰাম নললে। ঘৰলৈ আহি তাৰ এনেকুৱা লাগিছিল যেন সি একো নোখোৱাকৈ শুই থাকিব। বিছনাতে সি দীঘল দি পৰিছিল। ভাবিছিল টৌপনি যদি আহে ভালেই হয়, আৰু সি ভাত খাবলৈ নুঠে। কিন্তু টৌপনি নাহিল। বিছনাত মূৰটো থোৱা মাত্ৰকে নানা চিন্তা তাৰ মনলৈ আহিল। পথাৰত কাটি দ'ম কৰি থোৱা ধানবোৰ কাইলৈ আনিব লাগিব। আন এখন পথাৰত ধানকটা আৰম্ভ কৰিব লাগিব। ঘৰলৈ অনা ধান বোৰৰ মৰণা মৰা সমস্যা আছে। আৰু আজিয়েই বা পথাৰৰ ধানবোৰৰ কি অৱস্থা হয়। দিনে নিশাই আলিয়েদি কত লৰী অহাযোৱা কৰি আছে। কোনে জানে কোনখন লৰী কাৰ! কোনে জানে কোন খন লৰীৰ উদ্দেশ্য কি। মোনেনৰ লাঞ্ছনা আৰু অপমৃত্যুৰ পাছত তাৰ নিজৰ ওপৰত বিশ্বাস নোহোৱা হৈছে।

ইফালে নিজৰ ঘৰৰ সমস্যা আছে। চিত্ৰামণিৰ গা যে কিমান বেয়া সি অনুমান কৰিব পাৰে। পাৰেমানে তাই নিজৰ দুখ নিজৰ ভিতৰতে ৰাখিবলৈ চেষ্টা কৰে। তথাপি একোটা সময়ত তাইৰ ভিতৰৰ বেদনাবোৰ চকুৰে মুখে ফুটি উঠে। সেইবাবে বিলামণি আহিব বুলি জানি তাৰ ভাল লাগে। কথাবোৰ নাজানিলেও বিলামণি চিত্ৰাক বহুত সহায় কৰিব পাৰিব। পেষ্টৰে নিজে কৈ গৈছে যে বিলামণিক তেওঁ লৈ আহিব। নহলে ভাগকৱা গাবে সি গৈ বিলামণিক লৈ আহিল হেঁতেন। সি এইমাত্ৰ ভাত খাই উঠিছে, আৰু বিলামণিয়ে বাপেকক

ভাত খুৱাই থৈ আহিব। গতিকে পলম একো হোৱা নাই। তথাপি কুৰ্ণোৰ ধাৰণা হয় যেন পলম হৈছে।

অৱশেষত সি বিলামণিক আনিবলৈ যোৱাটোকে ঠিক কৰিলে। সি উঠি গৈ চিত্ৰামণিক কলে—

তুমি জানো খাই এটালা? মই বিলামণিক লৈ আহোঁগৈ।

চিত্ৰাই ভাত খোৱাৰ পৰা মুখ নুতুলি উত্তৰ দিয়ে,—

বিলামণিক বাবাই লৈ অহাৰ কথা নহয় জানো? তুমি ইমান চাটি ফুটি কৰিছা কিয়? তাইৰ বাবে মন পোৰে? ইমান যদি অধীৰ হৈছা তেনে যোৱাগৈ!

কুৰ্ণোই একো নামাতি ঘূৰি আহি আকৌ বিছনা খনতে বহে। টোপনি হয়তো নাহিব তথাপিও শুই থাকিবলৈ তাৰ ইচ্ছা হয়। চিত্ৰাই মুখখন ধুই তাৰ ওচৰলৈ আহি কয়,—

কি হ'ল? নগ'লা বিলামণিক আনিবলৈ? চকু দুটা চলচলীয়া নকৰিবা। তাই আহিব। তুমি ইমান কাতৰ হবা জনা হলে,—

কুৰ্ণোৰ হাঁহি উঠি যায়। তাৰ খং নুঠে। কেৱল তাৰ বিস্ময় লাগে কেনেকৈ যে চিত্ৰাৰ মনটো ইমান সজীব হৈ থাকিব পাৰে। সি হাঁহি হাঁহি তাইৰ ফালে চায় আৰু তাইৰ মুখখন দেখি, আতঙ্কিত হৈ উঠে। কি এটা বেদনাত তাইৰ মুখখন বিবৰ্ণ হৈ উঠিছে। সি কয়,—

তুমি শুৱা, শুই থাকা। মই ক'লৈকো নাযাওঁ। বাচনখিনি মই ধুই থম।

চিত্ৰাই গম্ভীৰ হৈ ঠিয় দি থাকে আৰু কয়,

মোক তাৰাতাৰি শুৱাই থোৱাৰ কিয় জানো আজি তোমাৰ ইমান আগ্ৰহ! বিলামণি আহিব, সেইবাবে?

কুৰ্ণোৰ ধৈৰ্য্য হেৰাই যায়। সি মনতে দুখ পায়। তাৰ দুখখিনি বোধহয় তাৰ মুখত ওলাই পৰে আৰু চিত্ৰাৰ চকুত পৰে। তাই তত্তালিকে-তাৰ ওচৰলৈ আহি তাৰ চুলিবোৰৰ মাজত এখন হাত থৈ কয়,—

তেনে কৰিব নাপায়। দুখ নকৰিবা। মই কেৱল ভাবিছোঁ, তোমাক ভাল বিপদত পেলালোঁ।

কুৰ্ণোই উদগ্ৰীৱ হৈ সোধে—সঁচা তোমাৰ গা বেয়া লাগিছে? মই এতিয়াই গৈ কোনোবা এজনক লৈ আহিব পাৰোঁ। যাম?

তাকেতো মই কৈছিলোঁ—চিত্ৰাই কয়। তোমাক ভাল বিপদত পেলাইছোঁ। তুমি নো কিমান ফালে চাবা, কিমান কাম কৰিবা! সঁচাকৈয়ে যদি মোৰ কিবা এটা অসুখ হয়, তুমি কি কৰিবা বাৰু? মোৰ কষ্ট দেখিলে তোমাৰ চকুৰ পানী ওলায়। কিন্তু তোমাৰ চকুৰ পানীয়ে জানো মোৰ অসুখ কমাব? নাই, তুমি নাভাবিবা। মোৰ গাটো বেয়া লাগিছে ঠিকেই, কিন্তু অইন একো নহয়। এনেই বোধহয় দিনটো পৰিশ্ৰম হোৱা বাবে বেয়া লাগিছে। মই যেন আৰু ঠিয় হৈ থাকিব নোৱাৰোঁ, পেটটোত যেন খোচ্ মাৰি ধৰিছে। শুনিলে তুমি ভয় খাবা বাবে তোমাক ইমান সময় মই কোৱা নাছিলোঁ। তুমি অলপতে ভয় খোৱা, মই জানো। এইবাৰ মোক বিছনাখন এৰি দিয়া। তুমি কিন্তু ক'লৈকো নাযাবা।

চিত্ৰামণি শুৱে। শুই শুই তাই কাঁতৰে। কেতিয়াবা কাষৰ পৰা উঠি যাই বুলি তাই এখন হাত কুৰ্ণোৰ কোলাত থৈ দিয়ে। কুৰ্ণোৰ দুশ্চিন্তা ক্ৰমাৎ বাঢ়ি গৈ থাকে। এই বিপদৰ সময়ত নানা সাহায্যৰ প্ৰয়োজন অথচ কুৰ্ণোৰ ওচৰত কোনো সাহায্য নাই। দুশ্চিন্তাত সি ঘামি উঠে।

অকণমান সময় চিত্ৰাৰ হাতখনকে লাবি চাবি থাকি কুৰ্ণোই অৱশেষত কয়,—

তোমাৰ অসুখ হোৱাটো কোনো অপৰাধৰ কথা নহয় যে মানুহক জনাব নোৱাৰি। সুধিলে তুমি কোৱা তোমাৰ অসুখ কৰা নাই, অথচ—এয়া এতিয়া মোৰ চকুৰ আগতে তুমি অসুখত ভুগি আছা। মই কথা বোৰ সম্পূৰ্ণ বুজি নাপাওঁ বাবে মোক তুমি তেনেই অৱজ্ঞা কৰিলে কি লাভ হয় নাজানো।

তোমাৰ ভাষণটো একমুহূৰ্ত্তৰ বাবে বন্ধ কৰি মোৰ কাণে চোৱাছোন,—চিত্ৰাই কয়। কুৰ্ণোৰ হাতখন নি তাই তাইৰ পেটৰ ওপৰত দি আকৌ কয়,—গম পাইছা জানো?

গম?—কি গম পাম?

তুমি কি বাৰু?—চিত্ৰাই খঙৰ সুৰত কয়। একো গম পোৱা নাই? কেনেকুৱা শিলৰ দৰে টান হৈ উঠিছে ঠাইখিনি! তাকো তুমি গম নোপোৱা?

টান পাইছোঁ হয়। তাকেই তো মই ভাবিছিলোঁ। পেটটো বাৰু কিয় ইমান টান হব লাগে? আৰু মাত্ৰ অকণমান ঠাই ইমান টান! সঁচা, এটা যেন ঘূৰণীয়া শিল। কি বাৰু সেয়া?

জানো! বোধহয় কিলাকুটি হব। ইমান যে খোচ মাৰি ধৰিছে অথনিৰে পৰা, মৰি যোৱা যেন লাগিছে।

কিলাকুটি!—কুৰ্ণো অসম্ভৱ আচৰিত হৈ যায়। তোমাৰ পেটৰ ভিতৰতে এটা কিলাকুটি!

খন্তেক সময় সি যেন কি ভাবে। আৰু তাৰ পাছত সকলো দুখকষ্ট পৰিশ্ৰম পাহৰি গৈ সি হাঁহিবলৈ ধৰে। হাঁহি হাঁহি সি খাটখনৰ পৰা উঠি যায়। আকৌ আহি মাটিতে আঁঠু কাঢ়ি খাটখনত শুই থকা চিত্ৰাৰ হাত দুয়োখনৰ ওপৰতে তাৰ মূৰটো থৈ অবাক বিস্ময়ত, কুৰ্ণোই তাইৰ মুখখনলৈ চাই কৈ থাকে,—

সঁচাকৈ মই এটা গাধ, এটা মস্ত গাধ। চৰাই পোৱালিৰ দৰে মানুহৰ সন্তান কণিৰ পৰা নোপজে। প্ৰথমতে কণি, তাৰ পাছত মানুহ নহয়; সি আৱৰ্ত্তণৰে পৰা মানুহ; মাকৰ গৰ্ভৰ পৰা জন্ম পোৱা মাত্ৰকে সি সম্পূৰ্ণ মানুহ। ভেকুলী পোৱালিৰ দৰে তাৰ এডাল নেজো নাথাকে যি নেজ পাছত সৰি পৰে। তোমাৰ দেহৰ মাজতে আৰু এজন সম্পূৰ্ণ মানুহ জীৈ আছে, মোৰে দৰে ইকাটি সিকাটি কৰিছে; মোৰ দৰে উশাহ লৈছে, মোৰ দৰে কিবা খাবলৈ ইচ্ছা কৰিছে। তুমি সঁচাকৈয়ে এটা প্ৰহেলিকা। তুমি এটি জীৱ নোহোৱা, এটা মানুহ

নোহোৱা ; তুমি দুটি জীৱ, দুটা মানুহ। তোমাক মই—

কুৰ্ণোৰ কথা বন্ধ হৈ যায়। চিত্ৰাৰ চকুদুটা মুদখোৱা আৰু মুখত হাঁহি। তাই মূৰ্চ্ছা যোৱা নাই তো! কুৰ্ণোই ভালকৈ চায়। তাই শুইছে, মুখত হাঁহি লৈ তাইৰ হঠাৎ টোপনি আহি গৈছে। পেটৰ ফুলি উঠি টান হোৱা ঠাই খিনিলৈ সি চায়। ফুলি উঠা ঠাইখিনি আকৌ সমান হৈ গৈছে। সেইবাবে তাই বোধহয় শুইছে। তাইৰ অসুখটো ভালহৈ গৈছে।

সি আকৌ তাইৰ ফালে চায়। চিত্ৰাৰ গোটেই শৰীৰ জুৰি অঙ্গে অঙ্গে, সৃষ্টিৰ কি আয়োজন, কি বিৰাট পয়োভৰ। কুৰ্ণোৰ হঠাৎ মনলৈ আহে যেন সি প্ৰণাম কৰিব, চিত্ৰাক নহয়—চিত্ৰাৰ মাজেদি ব্যক্ত হোৱা এই সৃষ্টিৰ ৰূপটোক।

সি চিত্ৰাৰ গায়ে মূৰে কাপোৰ এখন দি তাৰপৰা উঠি আহে। বাচনবোৰ পৰি আছে, সেইবোৰ ধুইপখালি থব লাগে। সি আটাইখিনি মলি বাচন বাহিৰলৈ লৈ আহে। তাৰ কোনো অইন কাম নাই। বাচন খিনি ধুব আৰু শুই থাকিব গৈ। বিলামণিৰ বাবে সি চিন্তা নকৰে। হয়তো তাই নাহিবও পাৰে! আৰু আহিলেও তাইৰো সেই একে সমস্যা। তাই ভাত পানী ৰান্ধি বাপেকক খুৱাই, তাৰ পাছত নিজে খাব, তাৰ পাছত মলি বাচনবোৰ ধুব, তাৰ পাছত কাপোৰ পিন্ধিব, আৰু তাৰ পাছতেই তাই আহিব। আৰু হয়তো লগত দুই এখন কাপোৰো আনিব। গতিকে আজি—তাইৰ আহোঁতে পলম হবই।

সি বাহিৰতে বহি বহি বাচনবোৰ পৰিষ্কাৰ কৰে। তাৰ যেন দেখি আচৰিত লাগে যে গাঁওখনত প্ৰায় আটাইবোৰ মানুহে বোধহয় শুইছে। অন্ততঃ বেছি পোহৰ দেখা নাযায় ক'তো! মানুহখিনিৰ ভাগৰ লাগিছে সি ভাবে। ভাগৰতে আটাইবোৰে শুই পৰিছে। আকৌ কাইলৈ দোক মোকালিতে উঠি আটায়ে আকৌ কামৰ বাবে সাজু হব। ভালেই হৈছে। বিশ্ৰাম ললে গাৰ বল বাঢ়িব।

আচম্বিতে কুৰ্ণো উঠি ঠিয় হয়, আৰু চাৰিওফালে ঘূৰি ঘূৰি চায়। তাৰ ধাৰণা হয় যেন তাৰ উদং পিঠিখনৰ ওপৰতে কাৰবাৰ নাকৰ নিশ্বাস লাগে; মানুহৰ উশাহৰ লগে লগে ওলোৱা গৰম বতাহ। তাৰ অকণো ভুল হোৱা নাই। সি স্পষ্ট গম পাইছে তাৰ পিঠিখনৰ ওপৰত কাৰোবাৰ নাকৰ গৰম নিশাহ পৰিছে। প্ৰথমতে সি ভাবিছিল, বোধহয় বিলামণি চুপি চুপি ওচৰলৈ আহিছে। কাকো দেখা নাপাই সি অবাক হৈ যায়। সি কোনোমতে বাচনখিনি অখালি, বাচনখিনি ঘৰৰ ভিতৰত থৈ আকৌ ওলাই আহে। ওলাই আহোঁতে সি দেখা পায় চিত্ৰা আগৰদৰে শুই আছে। সি বাহিৰলৈ আহি চাৰিওফালে চায়। বাহিৰৰ বতাহখিনি বোধহয় গৰম হৈ উঠিছে। সেইবাবে সি এনেয়ে কোনোবা মানুহৰ নাকৰ উশাহ বুলি ভাবিছিল।

কুৰ্ণো আহি বাহিৰতে শিল এচটাৰ ওপৰত বহে। বহাৰ লগে লগে তাৰ চকু মুদ খাব খোজে। সি গম পায় তাৰ অসম্ভৱ ভাগৰ লাগিছে। তাৰ শুই থাকিবলৈ মন যায়, অথচ মনটোত অগণন চিন্তা। বিছনাত বাগৰি থাকিলেও বোধ হয় টোপনি নাহিব। বহি থাকোঁতে আকৌ এবাৰ তাৰ ধাৰণা হয় যেন গৰম বতাহবোৰ তাৰ পিঠিতে লাগিছে। ৰাতিটো বেছি গৰম নহয়। তথাপি যেন গৰম বতাহৰ সোঁত এটা ক'ৰবাৰ পৰা আহি তাৰ পিঠিৰ ওপৰেদি বাগৰি যায়।

সি ঠিয় হৈ চাৰিওফালে ঘূৰি ফুৰে। বহুত দূৰত শিলৰ ৰাস্তাৰ ওপৰেদি কৰ্কশ শব্দ কৰি লৰীবোৰ যায়। কেতিয়াবা কেতিয়াবা দূৰৰ ৰাস্তাৰে যোৱা লৰীৰ শব্দ সিহঁতে ঘৰৰ পৰা শুনে। ৰাতিহলে হঠাৎ কেতিয়াবা লৰীৰ লাইটবোৰো দেখা যায়। সিদিনাখনো সি ঘৰৰ আগৰ শিলচটাৰ ওপৰত বহি লৰীৰ শব্দ শুনিছিল। এখনৰ পাছত এখনকৈ কেবাখনো লৰী কৰ্কশ শব্দ কৰি গুচি যায়। লৰীৰ লাইটবোৰ সি দেখা পায়। পোহৰেৰে এটা দিশ উজলাই লৰীবোৰে বিৰাট শব্দেৰে গুচি যায়। আৰু কুৰ্ণোই অবাক হৈ ভাবে ইমানবোৰ লৰী এই ৰাতি ক'লৈ যায়। তাৰ পাছতে সি ভাবিবলৈ এৰি দিয়ে।

ৰাতিও ইমান বেছি হোৱা নাই। ক'ৰ লৰী ক'লৈ যায় সি ভাবি কি অন্ত পাব।

তথাপি ৰাতিটো তাৰ মনত বেছি গহীন যেন লাগে। ৰাতিৰ গহীনতা খিনি যেন শব্দ কৰি উঠে। শব্দহীন গহীনতাখিনি যেন শব্দময় হৈ পৰে। ক'ৰবাত বহুত দূৰত যেন হাজাৰ মানুহে চিঞৰে; আৰু হাজাৰ মানুহৰ চিঞৰখিনি যেন গোট মাৰি গহীন হৈ নিতাল হৈ পৰে। লানি লগাকৈ এখনৰ পিছত এখনকৈ গাঁৱৰ পাছত গাঁও, সৰু সৰু গাঁও। আৰু গাঁৱৰ মানুহবোৰ শুইছে। শুই থকা মানুহৰ নীৰব আৰ্ত্তনাদবোৰ কেনেবাকৈ সিহঁতৰ বুকুৰপৰা ওলাই বোধহয় বিয়পি পৰি গহীন হৈ স্তব্ধ হৈ গৈছে।

আকৌ কিছুমান লৰী যায়। সিহঁতৰ লাইটবোৰে অন্ধকাৰ গাঁওবোৰ উজ্জ্বল কৰি তোলে। লৰীৰ শব্দই ৰাতিৰ গহীনতাখিনি মুহূৰ্ত্তৰবাবে নষ্ট কৰি পেলায়। তাৰ পাছতে ৰাতিটো আকৌ বেছি গহীন হৈ পৰে। তাৰ মনত পৰে বিলামণিৰ কথা। বিলামণি আৰু আজি নিশ্চয় নাহে সি ভাবে। কিন্তু নহাৰ কোনো কথা নাছিল। বৰঞ্চ তাই ঠিৰাংকৈ কৈ গৈছিল যে তাই আহিব। কুৰ্ণো সিহঁতৰ ঘৰলৈ যাব পাৰে। বেছি দূৰ বাট নহয়। কিন্তু ঘৰৰ ভিতৰত চিত্ৰা শুই আছে। তাই সাৰ পাই তাক নেদেখিলে খং কৰিব। সি মনটো ঠিক কৰি পেলায়। সি অযথা চিন্তা কৰি মৰিছে। চিন্তা কৰি মৰিছে বাবেই তাৰ মূৰটো গৰম হৈ গৈছে।

খং আৰু দুখত সিদিনা বিলামণি গোটেই দিনটো ফুলি আছিল। নিজৰ বাপেকৰ ওপৰতে তাইৰ খং, কুৰ্ণোৰ ওপৰত খং, চিত্ৰামণিৰ ওপৰত খং। সিদিনাখন ৰাতি পুৱাতেই তাইক বাপেকে কৈছিল যে তাই চিত্ৰামণিৰ ঘৰলৈ যাব লাগিব। তাই বাপেকক সুধিছিল বুদ্ধিটো কাৰ ?—কুৰ্ণোৰ নে চিত্ৰামণিৰ ? যদি কুৰ্ণোৰ হয় তেনে তেওঁ আন কথাত তেওঁৰ বুদ্ধিটো প্ৰয়োগ কৰাই ভাল। আৰু যদি এই বিচাৰ তাইৰ বাপেকে বা চিত্ৰাই কৰিছে—তেনে তেওঁলোকক তাই সুধিব

খোজে যে তাই পানী কেঁচুৱা নেকি যে ভয়ত কুৰ্ণোৰ ওচৰলৈ যাব লগা হ'ল। পেষ্টৰে অৱশ্যে শান্তভাবেই উত্তৰ দিছিল যে এই ব্যৱস্থা তেওঁ নিজে কৰিছে, কাৰণ তেওঁ অশান্তিত আছে আৰু তেওঁৰ নিজৰ মনৰ পৰা কোনোমতে ভয় নাযায়।

সেইবাৰে ৰাতিপুৱাৰে পৰা তাইৰ খং মাৰ যোৱা নাই। ৰাখাল-গঞ্জৰ পথাৰলৈ তাইও গৈছিল। আৰু তাইৰ কেৱল ধাৰণা হৈছিল যে ইতিমধ্যে আটাই কেইখন গাঁৱৰ মানুহে তাইৰ কথা শুনিছে, আৰু আটাইবিলাক মানুহেই ভাবিছে তাই জাত আঁকৰী, ভয়ত লাই নিজৰ ঘৰ এৰি তাইৰ ভিনিহিয়েকৰ ঘৰলৈ ঘূপ ওলাইছে। ধান কাটোতে তাই কেবাবাৰো নিজৰ মনতে ভাবিছিল যে তাই কেতিয়াও নাযায়, তাই বাপেকৰ লগতে নিজৰ ঘৰতে থাকিব। অৱশেষত তাইৰ বাপেকৰ কথাবোৰ মনত পৰিছিল। বাপেকে এই কথা একেবাৰে খাটাং কৰি পেলাইছিল এই সম্বন্ধে তাইৰ সন্দেহ নাছিল। সেইবাৰে অৱশেষত তাই কুৰ্ণোক কৈছিল তাই আহিব। সিদিনাই ৰাতি তাই কুৰ্ণোহঁতৰ ঘৰলৈ আহিব। কিন্তু খঙত তাইৰ মগজু গৰম হৈয়ে থাকিল। সকলোৱে মিলি তাইক অপমান কৰিছে এই ধাৰণা তাইৰ মুৰৰ পৰা নগ'ল।

অথচ তাইৰ দুখৰো অন্ত নাই, মনৰো দুখ, শৰীৰৰো দুখ। তাই অকলে ঘৰৰ আটাইবোৰ কাম কৰিব লগা হৈছে ই কম কথা নহয়। অকণমান ভায়েকটো যেতিয়া লগত আছিল তেতিয়া তাৰ লগতে পৰিশ্ৰম হৈছিল যদিও তাকেই বুকুৰ মাজত লৈ থাকি তাই শান্তি পাইছিল। এতিয়া সিও নাই। সিদিনাখনৰ তো কথাই নাই। গোটেই দিনটো পথাৰত কাম কৰি তাইৰ শৰীৰটো ভেনেই কাতৰ হৈ উঠিছিল। তথাপিও বিশ্ৰাম লোৱাৰ উপায় তাইৰ নাছিল। তাইৰ মনটোত কিহৰ যেন এটা চিন্তা। কিহৰ বাবে তাইৰ যেন এটা অৱসাদ আছে। তাইৰ জীৱনৰ আশা আকাঙ্ক্ষাবোৰ যেন লাহে লাহে মষিমুৰ হৈ যাব ধৰিছে। মনৰ অৱসাদে যেন তাইৰ সুন্দৰ দেহটোক ম্লান কৰি তোলে। তাই

জানে মনৰ এই অৱসাদ তাইৰ আৰু নাযায়। গোটেই অঞ্চলটোতে বিপদ আগুৰি অহাৰ লগে লগে, তাইৰ নিজৰ জীৱনৰ বিপদো ক্ৰমাৎ বাঢ়ি আহিছে, এইকথা তাই জানে।

হঠাৎ সৰু কালৰ ঘটনা এটা তাইৰ মনত পৰে। তাইৰ বয়স বোধহয় তেতিয়া আঠ কি ন। তেতিয়া তাই বেছ শকত আৱত, কিন্তু চিত্ৰা তেতিয়া যথেষ্ট খীণ। তাহাঁত কোনোবা এখন মেলালৈ গৈছিল। চাৰিওফালে লৰি ধাপৰি তাই ৰং বেৰঙৰ বস্তুবোৰ চাই ফুৰিছিল। আৰু প্ৰায় দহজনী মাইকী মানুহে তাইৰ মাকক কৈছিল যে তেওঁলোকৰ প্ৰত্যেকে তাইক তাহাঁতৰ লৰালৈ বিয়া কৰাই নিব। মাকে হাঁহি হাঁহি কৈছিল তেওঁ তেওঁৰ ছোৱালীজনীক দহজন লৰালৈ কেনেকৈ বিয়া দিব। বিলামণিৰ কিন্তু লাজ লগা নাছিল। তাই কোনো কুণ্ঠা নকৰাকৈ কৈছিল যে তাই আটাই কেইজন লৰাকে বিয়া কৰাব। দহজন লৰাক বিয়া কৰোৱাত তাইৰ কোনো আপত্তি নাই, বৰঞ্চ তাই ভালহে পাব। দহজন লৰাই তাইৰ আলপৈচান ধৰিলে ভালৰহে কথা।

কথাটো মনত পৰিলত তাই হাঁহে। কিন্তু তাইৰ হাঁহিৰ মাজেদি ওলাই আহে কেৱল জীৱনৰ অৱসাদবোৰ। আজি কিছু দিনৰ আগলৈ তাইৰ মনত সদায় এটা অপাৰ আনন্দ বিৰাজ কৰিছিল। নিজৰ শৰীৰটো লৈ তাই নিজে অহঙ্কাৰ কৰিছিল, নিজৰ শৰীৰটোকে লৈ তাই সোণৰ সপোন দেখিছিল। তেৰ কি চৈধ্য বছৰ বয়সত তাই তাইৰ শৰীৰৰ পৰিবৰ্ত্তনবোৰ দেখি চমকি উঠিছিল। তাৰ দুবছৰ পাছত গাৰ পৰিবৰ্ত্তনবোৰ দেখি তাই অকলে আনন্দতে শিয়ৰি উঠিছিল। তাইৰ শৰীৰটো পূৰ হোৱাৰ লগে লগে, তাইৰ মনটো নাচি উঠিছিল। সন্ধিয়া তাইৰ গলধনত বতাহ লাগিলে তাইৰ ধাৰণা হৈছিল যেন এন্ধাৰৰ আঁৰে আঁৰে আহি কাৰবাৰ মৰম সনা হাত এখনে তাইৰ ডিঙ্গি স্পৰ্শ কৰিছিল। একোটা সময়ত তাই পানী লৈ আহোঁতে পানীৰ কলহটো কান্ধত তুলি লৈছিল। কলহৰ পানী

দুটোপ এটোপ তাইৰ কান্ধত পৰি লাহে লাহে বাগৰি গৈ তাইৰ বুকুৰেদি সোমাই গৈ তাইৰ ব্লাউজটো তিয়াই দিছিল। তাই ইচ্ছা কৰি আকৌ কেইটোপাল মান পানী পেলাই দিছিল তাইৰ কান্ধৰ ওচৰত। পানীবোৰ এটা সোঁতৰ দৰে তাইৰ বুকুৰেদি বাগৰি বাগৰি গৈ থাকি তাইৰ শৰীৰটো তিয়াই দিছিল, কাপোৰ বোৰো তিয়াই দিছিল। ঘৰলৈ আহি কাপোৰবোৰ সলাই থওঁতে তাই আনন্দ আৰু বিস্ময়ত অভিভূত হৈ গৈছিল।—বুকুৰ ওপৰত পানীৰ টোপালবোৰ মুক্তাৰ দৰে জিলিকিছে।

জীৱনৰ সপোনবোৰ তাইৰ কেতিয়াবাতেই মৰহি গৈছে। আজি আৰু তাইৰ জীৱনত কোনো আকাঙ্ক্ষা নাই। তাইৰ যে সুঠাম শৰীৰ এটা আছে হয়তো তাই পাহৰিয়ে গৈছে। আজি তাইৰ শৰীৰটোৰ মাত্ৰ এটা আৱশ্যক; শৰীৰটোৱে তাই নানা কাম কৰিব লাগে, পেটৰ পোৰণি কমাবৰ বাবে তাই নানা কাম কৰি শৰীৰটোৰ ব্যৱহাৰ কৰিব লাগে। পেট ভৰাবৰ বাবে অক্লান্ত পৰিশ্ৰম কৰাৰ বাহিৰে আৰু আন কোনো উপযোগিতা তাইৰ শৰীৰৰ নাই।

ভাতৰ চৰুটোৰ তলত জুই দি তাই অপেক্ষা কৰে কেতিয়া চৰুটো নমাই ভাত কেইটা বাৰি দি ঘৰৰ পৰা ওলাই যাব পাৰে। ভাতলৈ তাইৰ নিজৰ আৰু কোনো আগ্ৰহ নাই। বাপেকক ভাত কেইটামান দিব পাৰিলেই তাইৰ আজৰি। তাই চৌকাটোত বেছিকৈ খৰিবোৰ সোমাই দিয়ে আৰু বহি আমনি লগাত বাহিৰলৈ উঠি আহে।

পোহৰৰ পৰা উঠি অহা বাবে বাহিৰত এন্ধাৰখিনি ঘোপমৰা এন্ধাৰ যেন লাগে। তাই আকৌ আগুৱাই যায়। লাহে লাহে তাই এন্ধাৰত মনিব পৰা হয়। তাই দূৰৰ গিৰ্জাটো দেখে, গিৰ্জাৰ ওচৰৰ গছবোৰ স্পষ্টকৈ দেখা পায়, আৰু ওচৰেদি যোৱা আলিটোৰ কাষৰ গছবোৰো দেখা পায়। তাইৰ অৱসাদগ্ৰস্ত মনটোৱে কি যেন এটা সান্ত্বনা পায়। বতাহবোৰ গাত লাগিলে তাইৰ চকু মুদি দিবৰ মন যায়। তাতে ক'ৰবাতে বহি বাতিৰ এন্ধাৰ খিনি তাইৰ গাতে সানি লবৰ মন যায়।

দূৰৰ নৈ খনত শব্দ হয়; বোধহয় বহুত ম'হ একেলগে পাৰ হৈ যাব ধৰিছে—। কিন্তু ৰাতি ক'ৰপৰা আহিব ইমানবিলাক ম'হ! হয়তো কিবা বনৰীয়া জন্তু পাৰ হৈ গৈছে, নহলে এনেয়ে ৰাতি নৈখনৰ শব্দটো অসাধাৰণ হৈ তাইৰ কাণত বাজিছে। তাৰ পাছত তাই গম পায় সেয়া নৈৰ শব্দ নহয়। কাৰণ শব্দটো ক্ৰমাৎ ডাঙৰ হয় আৰু কৰ্কশ হয়। তাই দূৰলৈ চাই পঠিয়ায়, আৰু গম পায় যে সেয়া গাড়ীৰ শব্দ। আলিৰ শিলৰ ওপৰেদি আহোঁতে গাড়ীবোৰে শব্দ কৰিছে আৰু দূৰৰ পৰা শব্দটো নৈৰ শব্দৰ দৰে লাগিছে। গাড়ীৰ লাইটবোৰ আহি তাইৰ চকুত পাৰে, আৰু তাই মুখ ঘূৰাই লয়। হঠাৎ লাইটৰ পোহৰত তাই একো নেদেখা হৈ যায় আৰু অলপ দূৰতে গাড়ীখন থামি যায়, আৰু গাড়ীৰ লাইটবোৰ নুমাই যায়। তাই ঘৰৰ ফালে খোজ দিয়ে, আৰু চাৰিখোজমান যোৱাৰ পাছতেই তাইক কোনোবাই ধৰি পেলায়। সিহঁতে তাইৰে গাৰ কাপোৰখন খুলি তাইৰ মুখত বান্ধি পেলায়, আৰু তাইক গাড়ী খনৰ ফালে চোচৰাই লৈ যাবলৈ ধৰে।

উদ্‌ভ্ৰান্তৰ দৰে ঘূৰি ঘূৰি ৰঘুনাথ যে কেতিয়া পাইকপাৰা পাৰ হৈ কাকৰকান্দি পাইছিলহি, সি কবই নোৱাৰে। জোপোহা বিলাকৰ আঁৰে আঁৰে চুপি চুপি সি আহি কাকৰকান্দি পালে। যেতিয়া সি আহি কাকৰকান্দিৰ গিৰ্জাটোৰ ওচৰ পালে তেতিয়াহে তাৰ চেতনা আহিল যে সি আৰু পাইকপাৰাত নাই। ৰাতিটো গহীন হৈ অহাৰ লগে লগে অন্ধকাৰো বাঢ়ি আহিছিল। গাৰ নোম মণিব নোৱাৰা অন্ধকাৰত কেৱল তাৰ হাতৰ দাখন জিলিকি আছিল। ৰঘুনাথৰ চেতনা অহাৰ লগে লগে তাৰ মনত পৰিল যে ঘৰত তাৰ ঘৈণীয়েকে তাৰ বাবে অপেক্ষা কৰি —অকলে বহি আছে। সি বেগাই আকৌ পাইকপাৰাৰ ফালে খোজ দিয়ে। সি জোপোহা বিলাকৰ আঁবালৰ পৰা ওলাই আহি আলিবে আগবাঢ়ে। আৰু সি এখন্তেকৰ পাছতে গম পায় যে তাৰ পাছতে এখন লৰীৰ ইঞ্জিন বন্ধ হৈ যায়. লৰীখনৰ লাইট নুমাই যায়। সি পাছলৈ ঘূৰি ঠিয় দিয়ে; আৰু এন্ধাৰৰ মাজতো সি দেখা পায় যে

লৰীখনৰ পৰা মানুহ নামিছে। সি স্তব্ধ হৈ ঠিয় দি ৰয়, আৰু অলপ সময়ৰ পাছতে পৰিস্থিতিটো বুজি পায়। দুজন মানুহে টানি আজুৰি ছোৱালী এজনী গাড়ীলৈ লৈ আহে সি দেখা পায়, কিন্তু ছোৱালীজনী কোন সি চিনি নাপায়।

ৰঘুনাথৰ তেজ মূৰত উঠে। গাড়ীখনত সাতজন মানুহ আছে তালৈ সি ভ্ৰূক্ষেপকে নকৰে। সি আলিৰ পৰা নামি গছৰ আঁৰে আঁৰে গৈ লৰীখনৰ পাছপিনে ঠিয় দিয়ে। গাড়ীৰ ওপৰৰ পৰা দুজন মানুহে তাৰ গতিগোত্ৰ চাই থাকে সি গমকে নাপায়। সিহঁত দুয়োজন মানুহে লোহাৰ টাঙোন দুডাল হাতত লৈ সাজু হৈ থাকে! ৰঘুনাথৰ হাতৰ মঙহবোৰ টানহৈ শিলৰ দৰে হয়। দাখনৰ নালটোত তাৰ হাতৰ মুঠি আপোনা আপুনি টান হৈ পাৰে। সি চকুৰে ভালকৈ মনি মনি চাবলৈ যত্ন কৰে। সি দেখে তাৰ সন্মুখতে দুজন মানুহে ছোৱালীজনীক বহাৰ পৰা টানি তুলিবলৈ চেষ্টা কৰিছে। স্পষ্টকৈ ধৰিব নোৱাৰে যদিও সি গম পায় ছোৱালীজনী বিলামণি—পেষ্টৰৰ জীয়েক বিলামণি।

মানুহদুজনে জোৰ কৰি টানি তাইক ঠিয় কৰি দিয়ে। তাইৰ গাত মাত্ৰ ব্লাউজ এটা আৰু ব্লাউজটোৰ ওপৰতে টানকৈ পিন্ধা ডাকবান্দা-খন। তাইৰ চুলিবোৰ বুকেপিঠিয়ে যেনি তেনি পৰি আছে। বোধহয় তাইৰ কিছুমান চুলি ক'ৰবাত উখালি পৰি গৈছে। হঠাৎ মানুহদুজনৰ ভিতৰত এজনে তাইৰ ডাকবান্দাখনত জোৰকৈ এটা টান দিয়ে, আৰু একেটা টানতে তাইৰ ডাকবান্দাখন সোলোকি মাটিত পৰে। বুকুৰ ব্লাউজটোৰ বাহিৰে বিলামণি সম্পূৰ্ণ উলঙ্গ হৈ পৰে; আৰু মানুহজনে উন্মত্তৰ দৰে হাঁহিবলৈ ধৰে।

ৰঘুনাথে আৰু বাট নাচালে। মানুহজনৰ ডিঙি লক্ষ্য কৰি সি তাৰ দাখনেৰে এক ঘাপ মাৰিলে। ক'তো অকণো এটা শব্দও নহ'ল, কিন্তু মানুহজন মাটিত বাগৰি পৰিল। বাগৰি পৰিলত দেখা গ'ল যে মানুহজনৰ মূৰটো বাকী শৰীৰটোৰ পৰা বেছ দূৰত পৰি আছে। কিন্তু

ৰঘুনাথে ভালকৈ চাবলৈ সময় নাপালে। ওপৰৰ পৰা তাৰ মূৰত লোহাৰ টাঙোনৰ মাৰ পৰিল। তাৰ মূৰটোৱে কিন্তু শব্দ কৰিলে। সি ঢলি গৈ মাটিত পৰাৰ আগতে তাৰ মূৰৰ তেজে আলিটো ৰঙা কৰি দিলে।

আটাই কেইজন মানুহে ৰঘুনাথৰ মৃতদেহটো লুটিয়াই বগৰাই চায়। অৱশেষত সিহঁতে তাক চিনি পায়। সিহঁতে বিলামণিক টানি নি লৰীখনৰ ওপৰত তুলি লয় আৰু গাড়ী ৰঘুনাথৰ ঘৰৰ ফালে চলাবলৈ আৰম্ভ কৰে। সিহঁতৰে লগৰ মানুহ এজন আৰু ৰঘুনাথ দুয়ো আলিৰ কাষতে পৰি থাকে। মানুহ কেইজনে যোৱাৰ আগতে সিহঁত দুয়োকে বগৰাই নি আলিটোৰ দুয়ো কাষেদি তলত পেলাই দিয়ে।

কাকৰকান্দিৰ ওচৰতে পাইকপাৰা। পাইকপাৰাত আটাইবোৰ মানুহে শুইছে। ৰঘুনাথৰ বাহিৰে পাইকপাৰাৰ আটাইবোৰ মানুহেই দুখীয়া। আনকি সিহঁতৰ গৰু ম'হ বোৰো লেবেলা। মানুহৰ লগতে সিহঁতৰ গৰু, ম'হ, গাহৰী, হাঁহ, পাৰ, কুকুৰা, আটাইবোৰ শুইছে। ৰঘুনাথৰ গৰু ম'হ বোৰো শুইছে। ৰঘুনাথৰ ঘৈণীয়েকো শুইছে। ৰঘুনাথৰ ঘৰটো ডাঙৰ ; কিন্তু গাঁৱৰ বাকীবোৰ ঘৰ সৰু সৰু। সৰু দীঘল একোটা ঘৰত একোটা পৰিয়াল শুই থাকে। সিহঁতৰ দেহত ভাগৰ আৰু মনত এটা আতঙ্ক। সেই আতঙ্কক নেওচান দি সিহঁতে ৰাতি হোৱাৰ লগে লগে শুই পৰে। অজ্ঞান শিশুবোৰে মাকৰ বুকুত সোমাই শুই থাকে, আৰু টোপনিৰ মাজতো হাতেৰে সিহঁতক আৱৰি থাকি মাকবোৰো শুই পৰে। ৰঘুনাথৰ ঘৈণীয়েকেও তাইৰ অকণমানি শিশুটোক বুকুৰ মাজত লৈ শুই থাকে। আৰু সিহঁতৰ ওচৰতে চাকি এটা জ্বলি থাকি থাকি কেতিয়াবা নুমাই যায়। টোপনিৰ মাজতে তাইৰ অকণমানিটোৱে অকণমানি এখন হাতেৰে তাইৰ বুকুখন বিচাৰে। বিচাৰি বিচাৰি হাতখন আকৌ ঠিৰ হৈ যায়।

ৰঘুনাথৰ ঘৰৰ আগতে ডাঙৰ আলিবাটটো। কিমান লৰী যে সিদিনা-খন সেই আলিৰে পাৰ হৈ যায়, ৰঘুনাথৰ ঘৈণীয়েকে কৰ নোৱাৰে। বাহিৰত

যে কিমান এন্ধাৰ তাকো তাই কব নোৱাৰে। তাই শোওঁতে ঘৰৰ ভিতৰত পোহৰ আছিল। কেতিয়াবা ঘৰৰ ভিতৰখনো এন্ধাৰ হৈ গৈছে তাই কব নোৱাৰে। তাই প্ৰথম সাৰ পালে কুকুৰৰ ভুক্‌ভুকণি শুনি। সাৰপোৱা মাত্ৰকে তাইৰ বুকুৰ ঢপঢপনি উঠিল। নিশ্চয় ক'ৰবাত কিবা এটা হৈছে। কিন্তু তাই আৰু ভাবিবলৈ সময় নাপালে। কেবাজনো মানুহ একেলগে আহি ঘৰৰ ভিতৰ সোমাল। তাই কেঁচুৱাটিক বুকুত সাৱটি লৈ চিঞৰ মাৰি উঠিল। কেঁচুৱাটোৱেও সাৰপাই ভয়ত কান্দিবলৈ আৰম্ভ কৰিলে। তাইৰ গাৰ কাপোৰকানি বোৰলৈ চাবলৈ তাইৰ গাত চুৰ্ত্তি নাথাকে।

কেঁচুৱাটোক বুকুতলৈ তাই বিছনাৰ পৰা উঠি আছে। এন্ধাৰত তাই ভালকৈ একো দেখা নাপায়। কিন্তু তাই জানে যে তাইৰ সন্মুখত চাৰিজন মানুহ ঠিয় হৈ আছে। তাই বাহিৰলৈ ওলাই যাবলৈ কোনো উপায় নাই। ভিতৰফালে আৰু এটা কোঠা আছে। সিহঁতৰ বন্ধা কোঠাটো। তাই সেইপিনে যাবৰ চেষ্টা কৰে। কিন্তু এজন মানুহে আহি তাইক ভেটাদি ধৰে। তাইৰ মুখৰ পৰা মাত নোলায়, তাইৰ ধাৰণা হয় যেন তাই মুৰ্চ্ছা গৈ পৰি যাব। তাইক ধৰা মাত্ৰকে তাইৰ কেঁচুৱাটোৱে আকৌ কান্দিবলৈ আৰম্ভ কৰে। মানুহজনে আকৌ তাইক বিছনাখনৰ ফালে ঠেলি আনে। তাই গম পায় যে বাকী মানুহ কেইজনো তাইৰ ওচৰ চাপি আহে। হঠাৎ তাই অনুভৱ কৰে তাইৰ গাৰ কাপোৰবোৰত টান লাগিছে। তাই এহাতেদি কেঁচুৱাটোক আৰু আনখন হাতেদি গাৰ কাপোৰখনত জোৰকৈ ধৰে। একমুহূৰ্ত্তৰ পাছতে তাই গম পায় যে তাইৰ গাত এথান মানো কাপোৰ নাই। তাই কেঁচুৱাটোক সাৱটি ধৰি বিছনাখনত বহি পৰে। সিহঁতৰ এজনে আহি তাইৰ গাৰ পৰা কেঁচুৱাটোক টানি নিবলৈ চেষ্টা কৰে। তাই দুগুণে জোৰ কৰি কেঁচুৱাটোক বুকুত সাৱটি ধৰে আৰু চিঞৰে। তভালিকে তাইৰ মুখত ঠাচ্‌ ঠাচ্‌ কৈ চৰ পৰে। তাই আচৰিত হৈ দেখে কিন্তু তাইৰ কেঁচুৱাটোক প্ৰাণপণে কুকুৰ মাজত

ধৰি থাকে। ভয়ত কেঁচুৱাটোৰ মুখৰ মাত বন্ধ হৈ গৈছিল। এজনে আহি জোৰকৈ কেঁচুৱাটোক তাইৰ বুকুৰ পৰা টানি লৈ গ'ল। তাই চাট্ কৰে ঠিয় হ'ল। তাইৰ গাত অকণো কাপোৰ নাই, তাই ভ্ৰূক্ষেপকে নকৰিলে। যিজন মানুহে তাইৰ বুকুৰ পৰা কেঁচুৱাটো লৈ গ'ল তাক গৈ ধৰি পেলালে আৰু তাইৰ দাঁতেৰে কামুৰি তাৰ হাতৰ মাংস এটুকুৰা চিঙি আনিলে। সি যন্ত্ৰণাত কেঁচুৱাটো এৰি দিলে, আৰু তাই তাক আকৌ আনি বুকুত ললে! সেই মুহূৰ্ত্তেতে তাইক পাছপিনৰ পৰা কোনোবাই ধৰি পেলালে। হাত দুখনেৰে কোমৰত ধৰি দুখন ভৰিৰে তাইৰ উদং উৰু মেৰাই ধৰিলে। তাইৰ ধাৰণা হয় যেন তাইৰ দুয়োখন উৰুৰ হাৰবোৰ ভাঙ্গি যাব। তাইৰ তলপেটটো যেন চেপেটা হৈ যাব তেনেকুৱা তাইৰ যন্ত্ৰণা হ'ল। এখন হাতে তাইৰ তলপেটটো যেন আঁচুৰি খামুচি বাহিৰলৈ লৈ আহিছে এনেকুৱা যন্ত্ৰণা তাই অনুভৱ কৰিবলৈ ধৰিলে। লাহে লাহে তাইৰ দুখ যন্ত্ৰণা পোৱা অনুভূতিবোৰ নাইকিয়া হৈ আহিবলৈ ধৰিলে। তাইৰ বুকে পিঠিয়ে, কোমৰে পেটে, আৰু দুয়ো উৰুৱেদি যেন লোৰ চেপেনাৰে তাইক চেপি ধৰিছে। তাই নজনাকৈয়ে আকৌ তাই আহি তেনে অৱস্থাতে বিছনাৰ ওচৰ পায়। তাইক পাছপিনৰ পৰা এজনে ধৰিছে নে দুজনে ধৰিছে তাই গম নাপায়। কিন্তু গোটেই শৰীৰতে তাইৰ যন্ত্ৰণা হয়। তাইৰ উশাহ বন্ধ হৈ যাব খোজে। মুখত তাইৰ তেজবোৰ লাগি থাকে, আৰু জিভাখন লুণীয়া হয়। তাইক চৰ মাৰোঁতে বোধহয় তাইৰ দাঁতৰ পৰা তেজ ওলাইছিল। মানুহজনৰ হাতত তাই কামোৰোঁতেও নিশ্চয় তাৰ তেজ ওলাইছিল। দুয়োবিধ তেজৰে তাই সোৱাদ পায়—দুয়োবিধ লুণীয়া। মানুহৰ তেজ জীৱন্ত মানুহৰ তেজৰ সোৱাদ তাই পায়।

এইবাৰ তাই স্পষ্টকৈ দেখা পায় তাইৰ বিছানাখনত তাইক টানি আজুৰি তিনিজন মানুহ। সিহঁতে তাইক বিছনাখনত পেলাই লবলৈ চেষ্টা কৰিছে। তাই অনুভৱ কৰে তাইৰ শৰীৰটো আৰু যেন তিৰোতা মানুহৰ শৰীৰ নহয়। সম্পূৰ্ণ উলঙ্গ তাইৰ দেহটো যেন এটা জন্তুৰ

দেহ। জন্তু এটাৰ দেহ মানুহে খায়। কিন্তু খোৱাৰ আগতে জন্তুটো সিহঁতে মাৰে, মাৰি মঙহবোৰ কাটি নি সিজাই খায়। তাইৰ ক্ষেত্ৰত তাইক মাৰি নেপেলোৱাকৈ তাইৰ দেহটো সিহঁতে খাব। হাৰবোৰ বাদ দি য'ত মঙহ বেছি তাইৰ দেহটোৰ সেইবোৰ অংশ সিহঁতে খাই পেলাব।

মুখত তাইৰ মানুহৰ তেজ লাগিছে। মানুহজনৰ হাতৰ মঙহৰ টুকুৰা হয়তো তেতিয়াও তাইৰ দাঁতৰ মাজত লাগি আছে। টনা অজৰা কৰোঁতে কৰোঁতে তাইৰ নিজৰ শৰীৰৰ মঙহখোন প্ৰান্ত হৈ পৰিছে। তাইৰ দুয়োখন উৰুতে ইমান আঁচোৰ লাগিছে যে উৰুৰ তেজেৰে বিছনা তিতি গৈছে। বহুত সময় কেঁচুৱাটোৱে পিয়াহ নোখোৱাৰ বাবে তাইৰ স্তন দুটা ফুলি উঠিছিল। ইমানজোৰে হেচাটেপা লাগিছে যে তাইৰ স্তনৰ পৰা পিয়াহ ওলাই বৈ গৈ তাইৰ পেটটো তিতি গৈছে। তাই ওঁঠটো চেলেকে। তাই আকৌ তেজৰ লুণীয়া সোৱাদ পায়। তাইৰ বুকুত কেঁচুৱাটো নথকা হলে তাই তিনিওজন মানুহৰে তেজ খালে হেঁতেন। তাই গম পায় তাইৰ দুয়োখন উৰু আঁতৰ হৈ গৈছে আৰু উৰুত জুইয়ে পোৰাৰদৰে পোৰণি উঠিছে। তাইৰ তলপেটটোৰ চাল-বোৰ বোধ হয় উঠি গৈছে। সেইবাবে তলপেটটো জ্বলিব ধৰিছে। টেপা খাওঁতে খাওঁতে স্তনৰ পৰা বেছিকৈ পিয়াহবোৰ ওলাইছে। তাই ঘূৰি চাবলৈ চেষ্টা কৰে। এজন মানুহৰ ডিঙিটো তাইৰ মুখৰ ওচৰতে আছিল। ডিঙিটোত দাঁতেৰে এবাৰ কামুৰি ধৰিব পাৰিলে তাই ডিঙিৰ নাড়ী চিঙি আনিব। তাই জাপ মাৰি উঠি মানুহজনৰ ডিঙিত কামুৰি ধৰে। সেই মুহূৰ্ত্ততে তাই গম পায়, তাইৰ বুকুৰ পৰা কেঁচুৱাটো এজনে টানি লৈ যায়। মানুহজনৰ ডিঙিত তাইৰ দাঁত ফুটিছিল মাথোন। দাঁতফুটি তাইৰ মুখলৈ তেজ আহিছিল মাথোন। এনেতে তাইৰ কেঁচুৱাটোৱে আৰ্ত্তনাদ কৰি চিঞৰি উঠিল। তাই জাপ মাৰি উঠিবলৈ চেষ্টা কৰিলে কিন্তু নোৱাৰিলে। তিনিওজন মানুহে তাইক ভালকৈ পেলাই ললে। খন্তেক পাছতে তাই খেকেছকৈ

এটা শব্দ শুনিলে; এটা অন্তৰ্ভেদী আৰ্ত্তনাদ আৰু তাৰ পাছত সকলো নিস্তব্ধ হৈ গ'ল। তাই মূৰ্চ্ছা গ'ল।

*　　*　　*　　*　　*

কুৰ্ণো একেজাপে বিছনাৰ ওপৰত উঠি বহে। উঠিয়ে সি ঘৰটোৰ চাৰিও পিনে চায়। চাৰিও পিনে নিস্তব্ধ। চিত্ৰামণি তাৰ ওচৰতে শুই আছে। সকলো আগৰদৰে আছে। তথাপি সি যেন ক'ৰবাত কিবা এটা শুনিছিল। সি যেন বহুত মানুহৰ টেটুফলা চিঞৰ এটা শুনিছিল। চিঞৰটো শুনিয়েই সি টোপনিৰ পৰা সাৰ পাইছিল। অথচ এতিয়া সি ক'তো একো শুনি নাপায়। কেবল ৰাতিৰ গহীনতা খিনি তাৰ মনত বেছি গহীন যেন লাগে। সি বিছনাৰ ওপৰতে বহি কাণপাতি শুনে। মাজে মাজে বতাহৰ লগত ক'ৰবাৰ পৰা কিবা এটা বিননি যেন ভাহি আছে; বিননিৰদৰে কিবা এটা সুৰ। মনটোত তাৰ কিবা এটা অস্বস্তি আহি পৰে। সি ওলাই যাব লাগিব।

কুৰ্ণোই চিত্ৰামণিৰ ফালে চায়। তাই টোপনি গৈ আছে। কিবা এটা বেদনা তাইৰ মুখখনত যেন বিয়াপি আছে। অন্তৰৰ এটা গভীৰ বেদনা টোপনিৰ মাজত তাইৰ মুখলৈ ওলাই আহিছে। সাৰপাই থকা অৱস্থাত জোৰ কৰি তাই তাইৰ শৰীৰৰ দুখবোৰ তল পেলাই ৰাখে। বেদনাত কাতৰ হলেও মুখত তাইৰ হাঁহি থাকে। টোপনিত লালকাল দি থকা চিত্ৰাই জোৰ কৰি বেদনাবোৰ তল পেলাই ৰাখিব নোৱাৰে। তাই কব নোৱাৰাকৈ চকুৰে মুখে তাইৰ কিবা এটা কালিমা স্পষ্ট হৈ পৰে। টোপনিৰ মাজতে তাই যেন এবাৰ কুৰ্ণোক বিচাৰে। তাইৰ হাতখনে ইফালে সিফালে কি যেন বিচাৰে। তাৰ পাছত তাইৰ দীঘল দীঘল উশাহ বোৰ হঠাৎ এবাৰ চুটি হৈ যায়। তাই সাৰ পাই চকু মেলে। কুৰ্ণোক বিছনাৰ ওপৰতে বহি থকা দেখি তই অবাক হয়। ভয়ত তাইৰ চকুদুটা ডাঙৰ হৈ উঠে। সংক্ষেপে তাই সোধে,—

কি হ'ল?

একো হোৱা নাই,—কুৰ্ণোই কয়, তুমি শুই থাকা। তুমি সাৰপাই গলা কিয় ?

চিত্ৰা প্ৰত্যয় নাযায়। তাই আকৌ সোধে,—

কি হ'ল কোৱাছোন।

কুৰ্ণোই তাইৰ ফালে চায়, আৰু বাহিৰলৈ কাণ পাতি শুনে। সি কয়,—

ঠিককৈ, একো কব নোৱাৰোঁ। হঠাৎ যেন মই মানুহৰ কোলাহল শুনিলোঁ। বহুত মানুহে একে লগে যেন ক'ৰবাত বিনাইছে। অস্পষ্ট বিননিবোৰ যেন বতাহত উটি আহিছে।

লগে লগে চিত্ৰামণি উঠি বহে। উঠি বহাৰ লগে লগে তাই কোমৰত বেদনা অনুভৱ কৰে। পেটৰ যিখিনি ঠাইত সন্ধিয়া খোচ্ মাৰি ধৰিছিল সেইখিনি ঠাইত আকৌ খোচ মাৰি ধৰে। তাই এখন্তেকৰ বাবে আকৌ শুই পৰে। তাই লাহে লাহে কয়,—

হয়তো তোমাৰ আশঙ্কাই সঁচা। বোধহয় কোনোবাই ক'ৰবাত বিনাইছে। টোপনিৰ জালতে মোৰো তেনেকুৱা ধাৰণা এবাৰ হৈছিল। মই যেন স্পষ্ট শুনিবলৈ পাইছিলোঁ কোনোবাই কান্দিছে। সেয়া মোৰ নিজৰ বিননি নহয়। দূৰৰ পৰা অহা বিননি। কিন্তু তুমি কি কৰিবা ? ৰাতি পুৱাবলৈ এতিয়াও বহুত পৰ বাকী। তুমি শুই থাকা।

কিন্তু কুৰ্ণোই শুব নোৱাৰে। সি বাহিৰলৈ ওলাই আহে। বাহিৰত ঠিয় দি কাণ পাতি সি শুনে। বাহিৰত বতাহ বলিছে। বতাহৰ সোঁতটো হঠাৎ এবাৰ বেছি হয়, তাৰ পাছত আকৌ বন্ধ হয়। বতাহ খিনি বৰলৈ আৰম্ভ কৰিলেই গছৰ পাতৰ শোঁ শোঁৱনিৰ মাজেদি কিবা এটা অবাস্তৱ সুৰ ভাঁহি আহে। সি আকাশলৈ চায়। আকাশৰ তৰাবোৰ জিলিকিছে। ৰাতি পুৱাৰৰ হোৱা নাই এতিয়াও। কিন্তু বতাহ ছাটি গাত লাগিলেই তাৰ ধাৰণা হয় যেন ৰাতিপুৱাৰ বতাহ। অলপ পাছতে যেন পোহৰ হৈ যাব।

হঠাৎ সি স্পষ্ট শুনিবলৈ পায়। বহুত দূৰৰ পৰা করুণ বিননি এটি ভাঁহি আহিছে। কিহৰ বিননি সি ঠিক ধৰিব নোৱাৰে। এটা অতি দীঘল পৰিশ্ৰান্ত উশাহৰ দৰে কাৰযেন এটা কাতৰ বেদনা বতাহত উৰি ফুৰিছে। যেন পৃথিৱী খনেই কান্দিছে। যেন মৰিযোৱা মানুহৰ আত্মাবিলাকে ক'ৰবাৰ আকাশৰ পৰা শুৱনি ধৰাৰ ফালে চাই চাই কান্দিছে। হয়তো সিহঁতৰ গাঁৱৰ মৰিশালীখনৰ কবৰ বিলাকত মৃত মানুহৰ শুনি নোপোৱা অখণ্ড উশাহবোৰ গোট মাৰি উঠিছে। পৃথিৱীৰ শুকান কঠোৰ মাটিৰ ওপৰত মুখ থৈ বোধহয় গোটেই মানুহ জাতিয়ে কান্দিছে। মানুহৰ কান্দোন বোধহয় পৃথিৱীৰ গৰ্ভত প্ৰবেশ কৰি আকৌ কুঁৱলি হৈ ওপৰলৈ উঠি আহিছে।

কুৰ্ণোৰ মনত পৰে ৰাখালগঞ্জৰ ধানৰ পথাৰলৈ। ৰাখালগঞ্জ সিহঁতৰ গাঁৱৰ পৰা দূৰ। সিহঁতৰ গাঁওখনেই যথেষ্ট দীঘল। তাৰ পাছত পাইকপাৰা। তাৰ পাছত ৰাখালগঞ্জ। ৰাখালগঞ্জ গাঁও খন পাৰ হৈ ৰাখালগঞ্জৰ ধানৰ পথাৰ, মাইলৰ পাছত মাইল জুৰি বিস্তীৰ্ণ পথাৰ সিদিনাখনেই ৰাতি পুৱাৰে পৰা শ শ মানুহে সেই পথাৰত ধান কাটিছে। পাহাৰৰ দৰে ওখ ধানৰ দ'মবোৰ ৰাখালগঞ্জৰ পথাৰত পৰি আছে। ৰাতি পুৱালেই তালৈ আকৌ শ শ মানুহ যাব শ শ গৰু ম'হৰ গাড়ী যাব ধানবোৰ কঢ়িয়াই ঘৰলৈ আনিব। ৰাতি সোণালী ধানবোৰৰ ওপৰত ৰূপালী নিয়ৰ পৰিছে। নিয়ৰত তিতি তিতি ধানবোৰ গধুৰ হৈছে। তিতা ধানবোৰ সিহঁতে বান্ধি বান্ধি কান্ধেৰে কঢ়িয়াই আনিব। তিৰোতা বিলাকে মূৰত লৈ আহিব। বাকীখিনি গাড়ীৰে আহিব। এইবাৰ সি বুজি পায় অস্পষ্ট কান্দোনবোৰ ক'ৰ পৰা আহিছে। ৰাখালগঞ্জৰ পথাৰৰ পৰা আহিছে এই বিননি। তাত কিবা এটা আহুকাল নিশ্চয় হৈছে। সেই এন্ধাৰৰ মাজতো সি পোহৰ দেখিবলৈ পায়। সন্ধিয়াৰ পৰা লৰীবোৰ ক'লৈ গৈছিল সি বুজি পায়।

কুৰ্ণো ঘৰৰ ভিতৰত সোমোৱা মাত্ৰকে চিঞৰাই কয়,—

তুমি কি ভাবিছা মই জানো। তুমি কি কৰিবলৈ ওলাইছা তাকো

মই জানো। বাখালগঞ্জত ধানব দ'মবোব কেৱল তুমিয়েই দেখা নাই মইও দেখিছোঁ। কিন্তু তুমি মোৰ ফালে এবাৰ চোৱা। আৰু মাত্ৰ পোন্ধৰটা দিন মোক জীয়াই থাকিবলৈ দিয়া।

কুৰ্ণোই প্ৰথমতে মুখেৰে মাতিব নোৱাৰে। কবলৈ সি ভাষা বিচাৰি নাপায়। চিত্ৰাৰ অৱস্থা সি ভালকৈয়ে বুজে। কিন্তু মনৰ এই এটা সন্দিহান অৱস্থা লৈ সি ঘৰত বহি থাকিবও নোৱাৰে। লাহে লাহে সি কয়,—

তুমি এইকণ সাহস মোক দিবই লাগিব। তোমাৰ পৰা সাহস নাপালে মই দুৰ্ব্বল হৈ যাম, বাখালগঞ্জত কি হৈছে মই নাজানো। বাখালগঞ্জত নহে ফকিৰতলাতো হব পাৰে; বা, তাৰো সিপাৰে অইন ঠাইতো কিবা হব পাৰে। মই তোমাক এই কথা দি যাওঁ যে মই ফকিৰতলাৰ পৰা আঁতৰলৈ নাযাওঁ। য'তেই যি নহওক লাগে ফকিৰতলাই মোৰ সীমা।

মোক ফাকি দিবৰ চেষ্টা তুমি নকৰিবা। তুমি নিশ্চয় গম পাইছা গোলমাল হৈছে বাখালগঞ্জত। মই জানো আজি কিমান লৰী সেইফালে গৈছে। তুমি নাভাবিবা গোটেই ৰাতি মই টোপনি গৈ আছিলোঁ। মই বিছনাত পৰি আছোঁ, শুব পৰা নাই। তুমি জানা কিয় মই শুব পৰা নাছিলোঁ। কিন্তু এতিয়াও মই তোমাক নিজৰ যন্ত্ৰণাৰ কথা কব খোজা নাই, নিজৰ শৰীৰৰ দুখ মই নিজে সহ্য কৰিম, কাৰণ তুমি সহায় কৰিব নোৱাৰা। কিন্তু এই ৰাতি তুমি বাখালগঞ্জলৈ যাব নোৱাৰা।

কুৰ্ণো বিমোৰত পৰে। কি কৈ সি চিত্ৰাক বুজাব পাৰে সি ভাবি নাপায়। আৰু সি বুজি নাপায় চিত্ৰাই কিয় ইমান ভয় কৰিছে। সিহঁতে অতবোৰ মানুহ। দৰ্কাৰ হোৱা বুলি ভাবিলে সি খন্তেকৰ ভিতৰতে শ শ মানুহে গোট খুৱাই লব পাৰিব।

এটা কথা তুমি বোধহয় ভাবিচোৱা নাই। মই জানো অকলে তালৈ যাম? যদি আৱশ্যক হোৱা যেন দেখোঁ, মই জানো বাক গাঁৱৰ আটাইবোৰ মানুহকে লগত নলম? আৰু যদি সঁচাকৈয়ে কিবা

এটা গোলমাল হৈছেই, তেনে মানুহ এনেয়ে তাত ভবি পৰিছে। তুমি অযথা কিয় ইমান চিন্তা কৰিছা মই নাজানো। আৰু তুমি কেনেকৈনো বুজিলা যে আচলতে তাত ভয়ানক কিবা এটা গোলমাল হৈছেই যেনেতেনে ?

চিত্ৰাই এনেয়ে ঘৰৰ ভিতৰখন চায়। সৰু বিছনাখনতে তাইৰ ভায়েকটো শুই আছে। বিলামণি অহাৰ কথা আছিল। তাই অহা হলে কুৰ্ণো শুলেহেঁতেন সেইখনত, আৰু সিহঁত তিনিওজন ডাঙৰ বিছনাখনতে শুই থাকিলহেঁতেন। তাইৰ অকণমান ভায়েকজনৰ বাহিৰে ঘৰত আৰু কোনো প্ৰাণী নাই। তথাপি তাইৰ নিজৰ বাবে তাইৰ অকণো ভয় নালাগে। তাইৰ ভয় লাগে কুৰ্ণোলৈ ! তাইৰ মনটোৰ পৰা আশঙ্কা নাযায়। তাই কয়,

মই কেৱল এটা কথা ভাবিছিলোঁ। ৰাখালগঞ্জত গোলমাল হৈছে সেই বিষয়ে মোৰ মনত সন্দেহ নাই। তুমি অকস্মাৎ টোপনিৰ পৰা সাৰ পাই যিমান শুনিছা মই তাত কৈ বেছি শুনিছোঁ। কিন্তু মই ভাবিছিলোঁ তুমি যদি তালৈ নোযোৱা তেনে ধানবোৰ যাব, প্ৰায় বোৰেই যাব। তুমি গলে কেৱল ধানবোৰ যে যাব তেনে নহয়, লগতে মানুহো যাব।

তোমাৰ কথাবোৰ সঁচাকৈয়ে মই মাজে মাজে বুজি নাপাওঁ। মই জানো এনেকুৱাই এটা মানুহ যে মই যলৈকে যাওঁ তালৈকে কেৱল বিপদ হে মাতি আনো ? আজি ৰাতিপুৱা ৰাখালগঞ্জত মই বিপদ মাতি আনিছিলোঁ ?

অযথা খং নকৰিবা। এয়া খং কৰাৰ সময়ো নহয়। কাকৰকান্দিৰ পৰা ত্ৰিশ মাইল বাট হাবি বননিৰ মাজেদি তুমি মোক বিচাৰি গৈছিলা। তোমাৰ হাতত এপাত যাঠি আছিল। যাঠি ডালেৰে হয়তো তুমি বনৰীয়া জন্তুক ভয় দেখুৱাব পাৰিলাহেঁতেন। কিন্তু মানুহৰ বিৰুদ্ধে এপাত যাঠিৰে তুমি কি কৰিব পাৰিলাহেঁতেন ? সিহঁতৰ বন্দুকৰ আগত তোমাৰ যাঠি ডালৰ শক্তি কিমান হ'লহেঁতেন ? পাছত মই

গম পাইছিলোঁ। যাঠি পাত তোমাৰ সহায় নহয়, সাহ। তথাপি সেইপাত যাঠিকে লৈ তুমি ত্ৰিশমাইল বাট গলা। মোক আনিব নোৱাৰিলে তুমি নিজে সেই অজান ঠাইত নিজৰ প্ৰাণ দি আহিলাহেঁতেন। তুমি যে মোক কেৱল ভালপোৱা তেনে নহয়, মই তোমাৰ জীৱনো। তুমি মোক পেলাই নাযাবা। তোমাক বুজাবৰ শক্তি মোৰ নাই। নিজৰ শৰীৰৰ দুৰ্দ্দশাৰ কথা কৈ তোমাক বাখি থবলৈ মোৰ লাজ লাগে। তথাপিও মই তোমাক কৈছোঁ মোৰ গাটো তেনেই বেয়া।

কুৰ্ণো তাইৰ ওচৰ চাপি আহে। দুয়ো হাতেৰে সি তাইৰ মুখখন ডাঙ্গি ধৰে। তাৰ দুয়োখন হাত তিতি যায়। চিত্ৰাৰ দুগালেদি চকুলোবোৰ বৈ গৈছে। সি তাৰ জিভাৰে তাইৰ চকুলোবোৰ শুহি লয়, আৰু তাইক বিছনাখনতে বহুৱাই দি কয়,—

তুমি অকণো ভয় নকৰিবা, মানে, মোৰ বাবে ভয় নকৰিবা। ৰাতি আৰু বেছি নাই। বাহিৰত বোধহয় পোহৰ হৈ আহিছে।

তাইক বিছনাখনৰ ওপৰতে থৈ সি বিচাৰি যাঠি পাত হাতত লয়, আৰু বাহিৰলৈ ওলাই আহে। দুখোজমান আগ বাঢ়িয়ে সি গম পায় চিত্ৰামণি তাৰ পাছে পাছে আহিছে। সি ঘূৰি ঠিয় হয়। কুৰ্ণোক কবৰ সুবিধা নিদি তাই কয়,—

মই তোমাক ঘূৰি আহিবলৈ কোৱা নাই, তুমি গৈ থাকা। মই তোমাৰ পাছে পাছে গৈ আছোঁ।

কুৰ্ণো এখন্তেকৰ কাৰণে ৰয়। তাৰ পাছত কয়,—

শুনা মোৰ জীৱন। ইমানেই যদি ভয় কৰিছা মই কওঁ শুনা। আটাইবোৰ মানুহেই মৰে। মইও মৰিম। এই কথা মই আজি জনা নাই, অনেকদিন আগেয়ে জানিছোঁ। জন্মগ্ৰহণ যেতিয়া কৰিছোঁ, এদিন মই মৰিম। ই এটা অতি সাধাৰণ কথা। তুমি মোৰ জীৱন এই বাবেও যে কুৰ্ণোৰ জীৱন শেষ হলে তোমাৰ মাজতে কুৰ্ণো বাচি থাকিব। মই মৰিবলৈ ওলোৱা নাই; বৰঞ্চ জীয়াই থকাৰ ব্যৱস্থা কৰাৰ কাৰণেই মই বাহিৰ ওলাইছোঁ। মৰিবলৈ মোৰ ইচ্ছাও নাই।

কিন্তু তথাপি তুমি যদি মোৰ বাবে ইমান ব্যাকুল হৈছা, তেনে তুমি তোমাৰ নিজৰ শৰীৰটোৰ পিনে চোৱা। তোমাৰ দেহৰ ভিতৰত সোমাই থকা কুৰ্ণোৰ কথা ভাবা।

কুৰ্ণো আগবাঢ়ে আৰু মুহূৰ্ত্তৰ ভিতৰতে নেদেখা হৈ পৰে। চিত্ৰামণি তাতেই ঠিয় দি থাকে। তাইৰ দুইচকু ঢাকি আহে বান। তাইৰ যেন দেহত সংজ্ঞা নাইকিয়া হৈ যায়। তাই আৰু ঠিয় দি থাকিব নোৱাৰে। পৃথিৱীখন যেন লৰিছে আৰু তাইৰ গোটেই শৰীৰটো কঁপিছে। তাই আঁঠুকাঢ়ি বাহিৰতে বহি পৰে। শীতল বতাহ আহি তাইৰ চকুৱে মুখে লাগে। তাই আঁঠুকাঢ়ি চকুমুদি প্ৰাৰ্থনা কৰে। প্ৰাৰ্থনা শেষ কৰি কুৰ্ণো যোৱা বাটটোৰ ফালে তাই চাই চাই কয়,—

মই মিছাতে ভয় কৰিছিলোঁ। ৰাতিপুৱাৰ পাছতেই তুমি আহি মোৰ ওচৰ পাবা। সেয়া তুমি যোৱা পথ। ৰাতিৰ কোমলতাই তোমাৰ পথটোও কোমল কৰি তুলিছে। পুৱাৰ মৃদু পোহৰে তোমাৰ উভটি অহাৰ পথটোও পোহৰ কৰি তুলিব। সেই পথেৰে তুমি মোৰ বুকুলৈ ঘূৰি আহিবা। তুমি জানা মোৰ বাবে মোৰ শৰীৰটোৰো দৰ্কাৰ নাই,— জীৱনটোৰো দৰ্কাৰ নাই। মোৰ শৰীৰ আৰু জীৱন দুয়োটা তোমাৰ বাবে। নহলে মই কেতিয়াবাতেই মৰি গলোঁহেতেন। তুমি আদৰ চেনেহ কৰি মোৰ শৰীৰত ৰূপ দিছা, মোৰ দেহত কান্তি দিছা। তুমি মোক ভাল পোৱা, সেই এটা অপাৰ শান্তিতে মই জী আছোঁ। মোৰ দেহত থকা তোমাৰ সন্তানটোক, জন্মগ্ৰহণ কৰাৰ আগৰ পৰাই মই ভাল পাওঁ। তোমাৰ সন্তানটোৱে মোৰ দেহৰ মাজত যেন অতিষ্ঠ হৈ পৰিছে। মোৰ কেৱল ইচ্ছা হয় যেন পেটৰ ভিতৰত থকা তোমাৰ সন্তানটো মই তোমাক দেখুৱাও। মই নিজেও যেন অস্থিৰ হৈ পৰিছোঁ।

তাই আকৌ এবাৰ আঁঠুকাঢ়ি ভগৱানক প্ৰাৰ্থনা জনায়। প্ৰাৰ্থনা কৰাৰ লগে লগে তাই গম পায় পেটৰ ভিতৰত সন্তানটোৱে ইকাটি সিকাটি কৰি লৰিছে। হয়তো তাৰ ভোক লাগিছে—চিত্ৰাই

ভাবে ; আৰু খন্তেক পাছতে তাইৰ নিজৰ মনবে অৰাস্তৱ ভাববোৰৰ কথা সুঁৱৰি হাঁহে। আকৌ তাই বলিয়াৰ দৰে আপোনমনে হাঁহে, আৰু তাই নিজে শুনি নোপোৱাকৈ তাইৰ মনটোৱে যেন কৈ থাকে।—

তই পৃথিবীলৈ আহ সোণ। ভোক লাগিছে যদি মোৰ বুকুলৈ আহ। মোৰ বুকুত তোৰ খোৱাৰ বাবে সকলো প্ৰস্তুত হৈ আছে। তই সোণ পৃথিবীলৈ আহ। আহি মোৰ বুকুৰ মাজত সোমাহি

তাইৰ চকুত এন্ধাৰবোৰ পাতলহৈ আহে। ৰাতি পুৱাবলৈ আৰু বোধহয় সৰহ সময় নাই, তাই ভাবে। তাই ঘৰৰ ভিতৰলৈ যায়। সৰু বিছনাখনতে তাইৰ ভায়েকটো অকাতৰে শুই আছে। তাই গৈ তাৰ ওচৰতে বহে। শুবলৈ আৰু তাইৰ মন নাযায়। তাইৰ ভায়েকটোৰ মুৰৰ চুলিবোৰ তাই পিটিকি দিয়ে। সি সাৰ নাপায়। কোনোবা এজন তাইৰ ওচৰতে সাৰে থাকিলে যেন তাইৰ ভাল লাগে। আৰু তাই কথা কবলৈ বিচাৰে। তাইৰ অগণন কথা আছে। কথাই তাইৰ বুকু ভৰি আছে। কুৰ্ণৌৰ আগত আটাইবোৰ কথা কবলৈ তাইৰ লাজ লাগে। অন্তৰৰ ভাল পোৱাৰ কথাবোৰ জানো কুৰ্ণৌক কব পাৰি। আৰু কবলৈ তাই সময়েই বা পালে ক'ত ? কুৰ্ণৌই তাইৰ শৰীৰটো দেখিছে। তথাপিও শৰীৰৰ পৰিবৰ্ত্তনবোৰৰ কথা তাক কবলৈ চিত্ৰাৰ লাজ লাগে। তাই নকলেও কুৰ্ণৌই দেখিছে, তথাপি তাইৰ আকৌ মুখেৰে কবলৈ মন যায়। তাইৰ শৰীৰটোৰ পূৰ্ণতাৰ কথা কুৰ্ণৌক কব পাৰিলে তাইৰ যেন ভাল লাগিলহেঁতেন। তথাপি তাই মুখেৰে কব নোৱাৰে। কব খুজিলেই তাইৰ লাজ লাগে। তাই কেৱল মনেমনে কামনা কৰে, কুৰ্ণৌৰ চকুত যেন একো বাদ নপৰে—। কুৰ্ণৌৰ সন্তান তাইৰ গাতে অহাৰ বাবে তাইৰ দেহৰ যি পৰিবৰ্ত্তন, সেই সকলোবোৰ যেন সি দেখা পায়।

অতি ধীৰে তাই মাতে,—আংজেং।

তাইৰ ভায়েকে কোনো সহাৰি নিদিয়ে। সি আগৰদৰে নিৰ্ব্বিকাৰভাৱে

শুই থাকে। চিত্ৰাই তাৰ কাষলে নোচোৱাকৈ আপোনমনে আকৌ কৈ থাকে,—

আংজেং! তই শো—শুই থাক। মই অকলে বহি থাকিম। মই অকলে বহি চাই থাকিম কেনেকৈ অন্ধকাৰৰ কোলালৈ পোহৰ নামি আহে। অলপ পাছতে পোহৰ হব। এন্ধাৰখিনি নাইকিয়া হব। ক'লৈ যে যায় এন্ধাৰবোৰ মই ভাবি নাপাওঁ।

তাৰ পাছতে তাইৰ কিবা এটা কথা মনত পৰে, আৰু তাই আপোনা-আপুনি হাঁহে। সেইবোৰ কথা মনত পৰিলেই কিবা এটা তৃপ্তিৰ আনন্দত তাইৰ মুখলৈ হাঁহি আহে। সকস্থবা নানা ৰকমৰ কাপোৰ তাই যোগাৰ কৰিছে। চিলাই কৰি পোছাক আদিও তৈয়াৰ কৰিছে, কেঁচুৱাৰ পোছাক। কুৰ্ণৌৰ আগত চিলাই কৰিবলৈ তাইৰ লাজ লাগে। সেইবাবে যেতিয়া তাই অকলে থাকে তেতিয়া তাই চিলাই কৰে, নানা তৰহৰে পোছাকবোৰ। এটা চোলাৰ অলপ চিলাই বাকী আছিল। তাই ঠিৰ কৰে, সেইখিনি চিলাই তাই শেষ কৰিব। তাই চাকিটো জ্বলাই লয়, আৰু বিচাৰি কাপোৰৰ টোপোলাটো বাহিৰ কৰে। তাই চোলাটো চিলাই কৰিবলৈ ধৰে।

কুৰ্ণৌ যিমানেই বাখালগঞ্জৰ ওচৰ চাপিবলৈ ধৰিলে তিমানে সি স্পষ্টকৈ কান্দোনৰ শব্দ শুনিবলৈ পালে। তিৰোতামানুহৰ কান্দোন। সি ঠিক তভ ধৰিব নোৱাৰিলে এই ৰাতিখন তিৰোতা মানুহ বিলাকে কিয় কান্দে। কিবা এটা বিপৰ্য্যয় যে ঘটিছে সেই বিষয়ে তাৰ মনত আৰু সন্দেহ নাথাকে। সি বেগাই খোজ কাঢ়িবলৈ ধৰে। সি কেৱল ইচ্ছা কৰে ৰাতিটো পুৱাই গলে ভাল আছিল।

বাখালগঞ্জত সোমায়ে সি কথাবোৰ গম পালে। ইতিমধ্যে প্ৰায় গোটেইখন গাঁও সাৰ পাই উঠিছে। সিহঁতৰ চকুত এতিয়াও টোপনি লাগিয়েই আছে। প্ৰথমজন মানুহকে লগ পাইয়ে সি সুধিলে ক'ত কি হৈছে। কিন্তু একো উত্তৰ নাপালে। মাথোন সি ইয়াকে কলে যে অকণমান আগতে কোনোবাই আহি তাক জগাইছে। পথাৰৰ

ধানবোৰ হেনো কোনোবাই নিলে।

কুৰ্ণোই আৰু কাকো লগ পাবলৈ ইচ্ছা নকৰিলে। সি পোনে পোনে পথাৰৰ ফালে যাব ধৰিলে। থাওঁতে বাটত শুনিলে প্ৰায় আটাইবোৰ ঘৰতে তিৰোতা মানুহ বিলাকে কান্দিছে—। তেওঁলোকে বিনাই বিনাই কান্দিছে যে বজ্ৰপাত হৈ আটাইবোৰ মানুহ মৰি যোৱা হলেই ভাল আছিল। ধানবোৰত যদি সিহঁতে নিজহাতে জুই লগাই দিলেহেঁতেন, সিও ভাল আছিল। ইমান কষ্ট কৰি বোৱা, ইমান কষ্টেৰে কটা ধানবোৰ অইনে লৈ গ'ল তাতকৈ সিহঁতে নিজে নষ্ট কৰি পেলোৱা হলেও মনত শান্তি আছিল।

কুৰ্ণোই আৰু কোনো কথালৈ কাণ নিদিয়ে। সি আগুৱাবলৈ ধৰে। দুই এক ঘৰত চাকি জ্বলিছে। বাকীবোৰ ঘৰ এন্ধাৰ। যিবিলাক ঘৰৰ পৰা মানুহবোৰ ওলাই গৈছে সেই বিলাক ঘৰতে বোধহয়—চাকি জ্বলিছে। ৰাতিৰ এন্ধাৰত কোনে বাৰু ধানবোৰ কঢ়িয়াই লৈ যাব পাৰে, কুৰ্ণোই ভাবি নাপায়।

সি এবাৰ ভাবে যে বোধহয় এয়া ফকিৰতলাৰ কাণ্ড। প্ৰথমৰ পৰাই ফকিৰতলাৰ মানুহখিনিয়ে ৰাখালগঞ্জৰ ধান কটাত সমৰ্থন দিয়া নাছিল। তেওঁলোকে কৈছিল যে এই কাম প্ৰথমতে আৰম্ভ কৰিব লাগে ফকিৰতলাত। কাৰণ ফকিৰতলা এমূৰে। ৰাখালগঞ্জৰ চাৰিওপিনে গাঁও। গতিকে ৰাখালগঞ্জলৈ ভবাৰ কোনো আৱশ্যক নাই। কুৰ্ণোই কৈছিল যে ৰাখালগঞ্জৰ পথাৰ খুব ডাঙৰ নহলেও ৰাখালগঞ্জৰ পথাৰত যিমান ধান ফকিৰতলাৰ পথাৰত তাৰ আধাখিনিও নাই। ফকিৰতলাৰ মানুহখিনিয়ে নানা তৰ্কৰ পাছত উপায় নাপাই সম্মতি দিছিল। সিহঁতৰ গাঁওৰ পৰা মানুহে আহি ধান কটাত যোগ দিছিল। কিন্তু কুৰ্ণোৰ ধাৰণা হৈছিল যে শেষ মুহূৰ্ত্ত পৰ্য্যন্ত সিহঁতৰ মন খোলোচা হোৱা নাছিল। শেষ সময় লৈকে সিহঁতে ভাবিছিল অন্যায় কৰি সিহঁতক কামত খটোৱা হৈছে।

কুৰ্ণোৰ এই ধাৰণা ভাগিবলৈ সৰহপৰ নালাগিল। মানুহবোৰে

জুমে জুমে তাক আগুৰি ধৰি ঘটনাবোৰ বৰ্ণাই কলে। ৰাতি তেতিয়া কিজানি দোভাগ মান হৈছে। এখনৰ পাছত এখনকৈ কেবাখনো লৰী আহি সিহঁতৰ পথাৰত থামিল। লৰীত অহা মানুহ বিলাকে কাটিথোৱা ধানবোৰ সিহঁতৰ লৰীত তুলিবলৈ ধৰিলে। একোখন লৰীতে চাৰি পাঁচ জনকৈ মানুহ। সিহঁতে যে কেনেকৈ গম পাইছিল কোনেও নাজানে। কিন্তু সিহঁতে পোনেই ৰাখালগঞ্জৰ পথাৰলৈ আহি ধানবোৰ লৰীত তুলিবলৈ লাগি গ'ল। সিহঁতে ঠাইখিনি ইমান ভালকৈ জানে যে সিহঁতৰ বাবে কোনো পোহৰৰ আৱশ্যক নহ'ল। পথাৰৰ কাষৰ আলিটোত সিহঁতৰ লৰীবোৰ থমাই—লৰীৰ লাইটবোৰ সিহঁতে বন্ধ কৰি দিলে। আৰু এন্ধাৰতে এফালমূৰৰপৰা কাটি থোৱা ধানবোৰ লৰীত তুলি দিলে।

কুৰ্ণোৰ খঙে মূৰৰ চুলি পায় গৈ। সি খং কৰি সোধে,—

তোমালোক কি? মানুহ যে আন কিবা? তোমালোকৰ কাটি থোৱা ধান অইনে লৈ যাবলৈ যো-জা কৰিছে, আৰু তোমালোকে ঘৰত ঘৈণীয়েৰাহঁতক কান্দিবলৈ লগাই দি চুপি চুপি এইখিনি ওলাইছাহি। তোমালোক থাকোঁতে তোমালোকৰ পথাৰৰ ধান অইন মানুহে কেনেকৈ নিব পাৰে?

সিহঁতৰ মাজৰ পৰা কোনোৱা এজনে মাত লগায়,—

তুমি খং কৰিব পাৰিবা। আমাৰ ওপৰত অৱশ্যে সকলোৱে খং কৰিব পাৰিব। কিন্তু তালৈ গৈ চোৱাগৈ অৱস্থা কি হৈছে। এই খবৰ প্ৰথমতে পালে আমাৰ গাঁৱৰে সিমূৰে থকা দৰ্জ্জিয়ে। দৰাচলতে দৰ্জ্জিৰ ঘৈণীয়েকে তেওঁক খবৰটো দিলে। তেওঁ হেনো বাহিৰ ওলাইছিল। বাহিৰ ওলায়ে দেখিলে তিনিখন লৰী তাত বৈছেহি। কিনো হৈছে অকণমান চাওঁ বুলি তেওঁ এখন্তেক তাতে ঠিয় হৈ বল। আধাঘণ্টা নৌ হওঁতেই তাত লৰী ছয়খন হ'ল। তেওঁ কথাটো বিষম যেন দেখি দৰ্জ্জিক কলে গৈ। দৰ্জ্জি উঠি নিজে এবাৰ চালে। তেওঁ ওচৰৰে কেইঘৰ মানুহক জগাই নিজে পথাৰৰ ফালে আগ বাঢ়িলে।

ইতিমধ্যে আৰু দহজন মানুহ ওলাই গৈ তেওঁৰ লগ ললে। কিন্তু কোনেও সিহঁতৰ ওচৰ চাপিব নোৱাৰিলে।

বাৰু ব'লা—কুৰ্ণোই কয়, এবাৰ আমিয়ে চেষ্টা কৰি চাওঁ ব'লা। ওচৰলৈ গলে সিহঁতে থাই পেলায় যদি খাব।

তেতিয়া লৰী আছিল ছয়খন। এতিয়া পোন্ধৰখন হৈছে। খৰৰ লবলৈ যাওঁতে দৰ্জ্জিৰ মূৰৰ এফাল নাইকিয়া হৈছে। এতিয়ামানে বোধহয় তেওঁ আৰু জীয়াই নাই। তেওঁক পথাৰৰ পৰা আনিবলৈ গৈছিল তেওঁৰ ঘৈণীয়েক। আন কেইটামান মানুহে কোনোৰকমে দৰ্জ্জিক বোকোচাত তুলি ললে। ঘৈণীয়েকৰ টেটুফলা চিঞৰত মানুহৰ কাণ তাল মাৰি ধৰিলে। কিন্তু সিহঁত ইমানেই বৰ্ব্বৰ যে সেই অৱস্থাতো সিহঁতে দৰ্জ্জিক আৰু কেইকোবমান সোধালে।

গাঁওৰ তিৰোতামানুহখিনি এইকথা শুনিছে। আৰু শুনি ঘৰৰ ভিতৰত বহি বহি কান্দিছে।

তোমালোকে ইয়াতে গল্প কৰি কটাবা নে তালৈ যাবা?—কুৰ্ণোই অতিষ্ঠ হৈ কয়। হয়তো লৰীবোৰ যাবলৈ আৰম্ভ কৰিছে। তাৰ আগেয়ে আমি সেইখিনি গৈ নাপালে ইয়াত বিনাই থাকি কি হব?

আন এজনে কয়,—আমি আগ বাঢ়িয়ে আছোঁ। গৈ থাকোঁ বলা। সিহঁতৰ বন্দুক আছে। প্ৰতিখন লৰীতে অন্ততঃ চাৰিটাকৈ বন্দুক আছে। আৰু সিহঁত যাঠি সত্তৰজন মানুহ আছে। আমি বোধহয় পঞ্চাশজন মানুহ হম। তালৈ গৈ কি কৰিবা?

কুৰ্ণো স্তম্ভিত হৈ যায়। সি ইমানখিনি ভবা নাছিল। ধানবিলাক ৰাখিব নোৱাৰিলে কেৱল আত্মহত্যা কৰাৰ কোনো সাৰ্থকতা হব নোৱাৰে। অথচ এনেকুৱা শত্ৰুৰ হাতৰ পৰা কেনেকৈ কি উপায়ে সিহঁতৰ সম্পদ ৰক্ষা কৰিব সি ভাবি নাপায়। মানুহ সবহ হলে চেষ্টা এটা কৰি চাব পাৰি,—ফল বিয়েই নহওক। অলপ সময় মনে মনে থাকি সি কয়,—

এইবাৰ মই সমস্যাটো বুজিছোঁ। ইয়াত থাকি কোনো লাভ নাই,

পথাৰলৈকো যাব নোৱাৰি। লবীকেইখন বোজাই হোৱা মাত্রকে সিহঁতে নিশ্চয় গুচি যাব। তাতকৈ আমি এটা কাম কৰোঁ। আমি গাঁৱৰ বাটেদি লক্ষ্মীগঞ্জ আৰু ফকিৰতলালৈ যাওঁগৈ! তাত মানুহবোৰ জগাম। আৰু আটাইখিনি লগ লাগি সিহঁতক ভেটা দিম। এনেকুৱা দুঃসময় হ'ল যে কোনো গছ কাটি বাটত হেণ্ডাৰ দিবও আমি নোৱাৰিম। গছ কাটিবলৈ সময় ক'ত? দলং ভাঙিব পাৰি। কিন্তু দলং আছে ফকিৰতলাৰ সিপাৰে। আমি দলং পোৱাৰ বহুত আগেয়ে লবীবোৰ পাৰ হৈ যাব।

আগৰ মানুহজনে কয়,—

মানুহ আহি পাব। ফকিৰতলাৰ কথা কব নোৱাৰোঁ। কিন্তু আন আন গাঁৱৰ পৰা এতিয়াই মানুহ আহি পাব। আমি খবৰ পঠিয়াইছোঁ। অৱশ্যে মানুহ আহি সিহঁতৰ বন্দুকৰ আগলৈ যায় নে নাযায় কব নোৱাৰোঁ। কিন্তু মানুহ আহি পাব। আৰু সৰহ সময় নালাগে। কেনেকৈ কি কৰিবা তুমি বুদ্ধি ভাবা। আমি অন্ততঃ এশজন মানুহ হম। কিন্তু মানুহখিনিৰ হাতত দা আৰু যাঠিৰ বাহিৰে একো নোপোৱা। যাঠিও আটাইৰে নাই। দা এখন হাতত লৈ কোনে সিহঁতৰ সম্মুখলৈ যাব?

কুৰ্ণোই আগুৱাই গৈ থাকে, আৰু ভাবে। লবীবোৰত যদি কিবাকৈ জুই লগাই দিব পাৰি তেনেহলে এটা উপায় হয়। কিন্তু জুই লগালে সিহঁতৰ ধানবোৰো যাব। লবীত জুই লাগিলে সেই লবীৰ পৰা ধান আঁতৰাই কোনেও আনিব নোৱাৰে। তথাপি আন উপায় নাথাকিলে জুই লগোৱাৰ বাহিৰে গত্যন্তৰ নাই। সিহঁতৰ ধান যদি সিহঁতে ৰাখিবই নোৱাৰে, তেনে সিহঁতে নিজে জুই লগাই দি ধানবোৰ পুৰি পেলাব।

সিহঁতে ক্ৰমে আগবাঢ়ি যায়। দূৰত এন্ধাৰৰ মাজত কুৰ্ণোই লবীবোৰ অস্পষ্ট ভাবে দেখা পায়। একে শাৰী এখনৰ পাছত এখনকৈ লবীবোৰে আলিটো জুৰি আছে। মানুহবোৰে বিমান সোনকালে পাৰে

ধানবোৰ লবীত তুলি আছে। কুৰ্ণোই বুজি পায় লবীবোৰ আটাইবোৰ একে সময়তে যাব। কেইখন মান লবী এৰি থৈ বাকীবোৰ গুচি নাযায়। সেইবাবে আটাই কেইখন লবীত ধানবোজাই দিয়া শেষ নহলে কোনোখন লবী তাবপৰা নলবে।

কুৰ্ণোৰ ততালিকে মনত পৰে যে সিহঁত যি নকৰক কিয় ৰাতি পুৱাৰ আগতে কৰিব লাগিব। পোহৰ হলে সিহঁতে একো কৰিব নোৱাৰিব। কাৰণ পোহৰত সিহঁতে মানুহবোৰ দেখিব আৰু দূৰতে গুলী কৰিব। ইমানবোৰ ধান যেতিয়া সিহঁতে নিবলৈ আহিছে গুলী কৰিবলৈ সিহঁতে ভয় নকৰে। আৰু সিহঁতে ভয় কৰিব কালৈ? পুলিচক খবৰদিলে এটা পুলিচো তালৈ নাহে। সিহঁতৰ ৰক্ষাৰ ভাৰ সিহঁতৰ নিজৰ ওপৰত। লগৰ মানুহ কেইজনৰ ফালে চাই কুৰ্ণোই কয়,—

তোমালোকে ইয়াতে অপেক্ষা কৰা। মই অকণমান ওচৰলৈ গৈ চাই আহোঁ। ইতিমধ্যে আৰু যিবিলাক আহিব, আটাই বিলাকেই ইয়াত গোটখাই থাকিবা। আন গাঁৱৰ পৰা অহা কোনোবা মানুহে হাতত জোৰলৈ আহিব পাৰে। আহিলে আগতে জোৰ নুমাই পেলাবা। পোহৰ নোহোৱাকৈ সিহঁতে কাম কৰিব পাৰিছে, আমিও পাৰিম।

কুৰ্ণো আগবাঢ়ে। তাৰ লগৰ মানুহ এজনে তাক বাধা দি কয়,—

তুমি অকলে নাযাবা। আগৰ ঘটনাবোৰ পাহৰি নাযাবা। আজি নিশা অলপমান আগেয়ে কি হৈ গ'ল তাকো নাপাহৰিবা। মানুহ মৰাটো সেই পিশাচহঁতৰ মনত এটা আনন্দ—। দৰ্জ্জি কি শাস্তি পাই আহিছে তুমি জানিছা

কুৰ্ণো নৰয়। সি কয়,—

মই এতিয়াই ঘূৰি আহিম। অকলে মই সিহঁতৰ লগত যুদ্ধ কৰিবলৈ অহা নাই। গতিকে মোৰবাবে চিন্তা কৰাৰ সকাম নাই—। মোক কেবল আৰু এডাল লাঠি দিয়া। আৰু মই এতিয়াই কোৱা কথা-খিনি তোমালোকে মনত ৰাখিবা। সিহঁতে ভাবিছে যে দৰ্জ্জিৰ মূৰ ভাঙি দিয়াৰ পাছত আটাইবোৰ মানুহ ঘৰ সোমাইছে। সিহঁতৰ মনৰ

পৰা এই ধাৰণা নাথায় মানে আমাৰ ভাল। আৰু আমাৰ ঘৰত আমাৰ তিৰোতা মানুহখিনি বিনাই থাকে মানেও ভাল। বিনাই থকাৰ বাহিৰে আৰু যেন আমাৰ কোনো উপায় নাই।

কুৰ্ণোৰ হাতত দুপাত যাঠি। সি হাতেৰে পিহি পিহি যাঠি দুপাতৰ ধাৰ অনুভব কৰে। দুয়ো পাত তীক্ষ্ণ। দুয়োপাতৰে নালদুটা বেছ টান। সি অকণমান গৈ এডাল গছ পায়। গছত দুয়োপাত যাঠি জোৰকৈ মাৰি দি চায় নালদুটাৰ জোৰা কিমান মজবুত। নাল যদি ঢিলা হৈ থাকে তেনে তাৰ পৰিশ্ৰম ব্যৰ্থ হব। ৰবৰৰ মাজত সোমালে যাঠি দুপাত যদি নালৰ পৰা সোলকি যায়, টানি উঘালি আনিব নোৱাৰি, তেনে কোনো লাভ নহব। গছৰ পৰা যাঠি দুপাত সি একেটানে উভালি আনে। তাৰ পাছত নালবোৰ চায়। ঠিকেই আছে দুয়োপাত যাঠি সকলোপিনৰ পৰা মজবুত।

সি এবাৰ মাত্ৰ পাছলৈ ঘূৰি চায়। তাৰ লগৰ মানুহবিলাকক সি আৰু দেখা নাপায়। তিৰোতামানুহৰ দুই এটা বিননি তাৰ কাণলৈ আহে। সি খেপিয়াই খেপিয়াই আগুৱাই যায়। সি আলিবাট এৰি পথাৰৰ মাজেদি গৈ থাকে। বাটত সৰু গছৰ জোপোহাবোৰ আৰু ঠায়ে ঠায়ে পানী। বাতিপুৱা সি আহিছিল। তেতিয়া গোটেইখিনি ঠাই পাটুপিটুকৈ চোৱাৰ তাৰ কোনো দৰ্কাৰ নাছিল। তথাপিও ওচৰৰ গাঁওকেইখনৰ আটাইবিলাক ঠাই সি জানে। ক'ত এটা সৰু টিলা, ক'ত এটা সৰু জুৰি, সি আটাইবোৰ জানে। তথাপি তাৰ ঠাইখিনি আচহুৱা যেন লাগে। হঠাৎ কেতিয়াবা উজুটি খাই পৰিব খোজে।

আচম্বিতে তাৰ গাত আহি পোহৰ পৰে। সি তৎক্ষণাৎ পথাৰতে পেট পেলাই পৰে, আৰু মূৰটো অকণমান ডাঙি চায় ক'ৰপৰা আহিছে এই পোহৰ। লাহে লাহে সি গম পায় যে আৰু এখন লৰী আহিব ধৰিছে—আৰু লৰীৰ লাইটৰ পোহৰে পথাৰখন উজলাই তুলিছে। এখন্তেকৰ বাবে সি মূৰটো মাটিত ঘঁাহনিৰ ওপৰত থয়। লৰীখন নৰয়।

সি বুজি পায় যে তাক কোনেও দেখা নাই। বহুতদূৰলৈ সি পাছফালে ঘূৰি চায়। গোট খাই থকা মানুহবোৰ জানো লৰীখনৰ মানুহে দেখি আছিছে? দেখা নাই হয়তো সি ভাবে' লৰীৰ লাইট দেখা মাত্ৰকে মানুহবোৰ নিশ্চয় যেনিতেনি লুকাইছে। ইমান বাহগছ সিহঁতৰ গাঁৱত। বাহৰ তলত লুকাই থাকিলে কাৰো আৰু এই ৰাতিখন দেখিবলৈ সাধ্য নাই।

আগলৈ লৰীখনলৈ সি চায়। তাক এৰি থৈ লৰীখন কিছু দূৰলৈ গৈছে! পাছপিনৰ পৰা একো নেদেখি! তথাপি তাৰ ধাৰণা হ'ল যেন সি কিবা এটা শব্দ শুনিছে! ইঞ্জিনৰ শব্দৰ মাজতো সি যেন মানুহৰ কিবা এটা কাতৰ গোঙনি শুনিবলৈ পালে। যেন মানুহৰ চিঞৰ এটা ডিঙিলৈ আহি আকৌ ডিঙিতে বন্ধ হৈ গৈছে। ক্ৰমান্বয়ে তাৰ মনৰ ধাৰণাটো বদ্ধমূল হয় যে সেইখন লৰীতে কোনোবা মাইকী মানুহ নিশ্চয় গৈছে! বোধহয় মানুহজনীৰ মুখহাত বন্ধা। ইচ্ছা কৰিও তাই বোধহয় চিঞৰিব পৰা নাই। সি আকৌ বেগাই আগবাঢ়ে।

অলপ আগতে যোৱা লৰীখন আনকেইখন লৰীৰ এচৰত থামে। আৰু ততালিকে লাইট বন্ধ কৰি দিয়ে। সিহঁতৰ মাজত কিবা কথা বতৰা হয়। এটা কথাও কুৰ্মৌৰ কাণলৈ নাহে। সি বেগাই খোজ কাঢ়ে। সি গম পায় যে লৰীখনৰ ইঞ্জিন বন্ধ কৰা নাই, কেৱল লাইটবোৰ বন্ধ কৰিছে। সি ধাৰণা কৰে যে সেইখন লৰী আৰু তাত বাকী বোৰৰ লগত নাথামে আগেয়ে গুচি যাবগৈ। সেইখন লৰীত কিবা এটা আছে নিশ্চয়। সি দেখা পায় যে সেইখন গাড়ীৰ পৰা দুজনমানুহ নামি আহে। হাজাৰ চেষ্টা কৰিলেও সি সেইখন লৰী ৰখাব নোৱাৰে সি বুজি পায়।

তাৰ পৰা দহটাৰ মান নিলগত প্ৰথমখন লৰী, বাকী কেইখন তাৰ আগত। আৰু একেবাৰে সিমূৰত নতুনকৈ অহাখন। হঠাৎ তাৰ ধাৰণা হ'ল যেন আটাই কেইখন লৰীৰ ইঞ্জিনবোৰ চলিল। এটা

বিকট শব্দ হ'ল। তাৰ পাছতে আকৌ শব্দটো কমি আহিল। শব্দটো কমি যোৱা মাত্রকে সি আকৌ আগৰ সেই শব্দটো শুনিবলৈ পালে। যেন কোনোবাই গোঙাইছে। ডিঙিতে বন্ধ হৈ যোৱা গোঙনিটোৱে এটা অদ্ভুত শব্দ কৰিছে। সি আকৌ ঠিয় হ'ল। লাইট নিদিয়াকৈয়ে লৰীখনে যাব ধৰিছে। সি ঠিয় হৈ থকা অৱস্থাতে লৰীখন কিছুদূৰ গ'লগৈ। তাৰ পাছত আকৌ লাইট জ্বলি উঠিল। ঠিয় হৈ থকা লৰীকেইখনৰ ওচৰত ইচ্ছা কৰিয়ে সিখনে লাইট নজ্বলালে।

কুৰ্ণোই বুজি পায় সেইখন লৰীত কোনোবা তিৰোতামানুহ নিছে। তিৰোতাজনীৰ কথা ভাবি কুৰ্ণো শিয়ৰি উঠে। সি জানে তাইৰ অৱস্থা কি হব। মাত্র এটা আশাত ইমান সহজতে বাকীবোৰ লৰীয়ে সেইখনক যাবলৈ দিছে। নহলে আটাইবোৰ লৰী সেই একে কামতে আহিছিল। আটাই কেইখনে ৰাখালগঞ্জৰ পথাৰৰ পৰা কাটি থোৱা ধানবোৰ উঠাই লৈ যাব। সেইখন লৰী এই কাম নকৰাকৈ যাব নোৱাৰিলেহেঁতেন, এটা প্রলোভন নোহোৱা হলে। কোনে জানে হয়তো কেইবাগৰাকী তিৰোতা মানুহে তাত আছে, হয়তো নাই। ইহঁতে কষ্ট কৰি ধানবোৰ নিব। হয়তো পঁচিশ মাইল দূৰত, নহলে চল্লিশ মাইল দূৰত সিহঁতে ধানৰ লৰীবোৰ থব! তাৰ পাছত সিহঁতে আহি আনন্দ উপভোগ কৰিব। গাড়ীখনত যদি মাত্র এজনী মাইকী মানুহ আছে, তেনেহলেও সেই একে কথা। কোনোবা এঠাইত নি তাইক আটাইবিলাক মানুহে বেৰি ধৰিব। আটাই বিলাক মানুহৰ আগত তাইক ঠিয় কৰাব। দুই তিনিজনে গৈ তাইৰ গাত হাত দিব, বাকী বিলাকে আনন্দতে হাঁহিব। তাই যদি চকু বন্ধ কৰে, তাইক ঠাচ্ ঠাচ্ কৰে মাৰিব। তাৰ পাছত তাইৰ চুলিবোৰ খুলি দিব, বুকুৰ চোলা চিৰি পেলাব। লাহে লাহে কোমৰৰ কাপোৰ ফালি পেলাব। তাই যেতিয়া লাজত অপমানত ৰব নোৱাৰি মাটিত পৰি যাব, তেতিয়া সিহঁতে তাইৰ হাতে ভৰি ধৰি থাকিব, মুখ ঘূৰাব নোৱাৰাকৈ তাইৰ মূৰটোত ধৰি থাকিব; আৰু বাকী বিলাকে জুমি জুমি চাই হাঁহিত বাগৰি পৰিব।

সি আৰু ভাবিব নোৱাৰে। বাঠি এপাতেৰে যেন সি নিজৰ চকুতে খোচ মাৰি দিব তেনেকুৱা ইচ্ছা হয় তাৰ। কিন্তু সি মনটো ঠিৰ কৰি পেলায়। তাইৰ বাবে ভাবি আৰু লাভ নাই।

সি হিচাব কৰি চায়। লৰী মুঠতে বাৰখন। আৰু আধাঘণ্টা, কি খুব বেছি এক ঘণ্টা, ইয়াৰ ভিতৰতে লৰীবোৰৰ বোজাই শেষ হৈ যাব। প্ৰতিখন লৰীতে পৰ্ব্বত আকাৰ বোজাই হব। সিহঁতৰ পথাৰৰ পকা কাটি থোৱা ধান অন্ততঃ আধাখিনি নাইকিয়া হব। সি এবাৰ চাৰিওপিনে ভালকৈ চায়। লৰীবোৰত ড্ৰাইভাৰ আৰু কোনো নাই। আটাইবোৰে ধান কঢ়িয়াইছে। কিছুমান পথাৰলৈ নামি গৈছে, কিছুমান ধান লৈ ঘূৰি আহি লৰীত জাপিছে। মানুহবোৰ অহা যোৱা কৰিয়ে আছে।

কুৰ্ণোৰ সুবিধা আছিল এইখিনিতে যে আলিৰ সি পাৰে মানুহবোৰে ধান চপাইছে, আৰু সি আহিছে আলিটোৰ ই কাষেদি। তাক সহজে কোনেও দেখা নাপায়। আৰু সিহঁতৰ মনত কোনো সংশয়ো নাই। গতিকে লৰীবোৰৰ ওচৰত কোনো পহৰাও নাই। সি অতি সন্তৰ্পণে আগবাঢ়ে। কোনোবা এজনেও যদি তাক দেখা পায় তেনে সিতো মৰিবই, যিকামৰ বাবে সি আহিছে সেই কামো নষ্ট হৈ যাব।

একেবাৰে আগতে যিখন গাড়ী আছে কুৰ্ণো সেইখনৰ গাড়ীৰ কাষলৈ যায়। গাড়ীখনৰ ওচৰত আলিৰ কাষত সি ঠিয় হয়। গোটেই পৰিস্থিতিটো সি বুজি লয়। টায়াৰ ফাটিলে শব্দ হব। খুব ডাঙৰ শব্দ নহলেও কিছু শব্দ হবই। অন্ততঃ চাৰিখন গাড়ীৰ চাৰিটা টায়াৰ যদি সি ফুটাই দিব পাৰে, তেনেহলেও তাৰ কাম সিদ্ধি হয়। সি প্ৰথমখন লৰীৰ ওচৰলৈ আহি বাঠি পাত সাজু কৰি লয়। ওচৰত কোনো মানুহ নাই। সি জুমি জুমি চায়। টায়াৰত নালাগি যদি বাঠিপাত লোৰ বিমত লাগে, তেনে সি মৰিল। সেই শব্দই চাৰিওপিনে খলক লগাব। সি সাৱধানে বাঠি এপাত মাৰে। আগৰ চকা এটাত সি গাৰজোৰে বাঠিপাত মাৰি দিয়ে, আৰু দুই হাতেৰে ধৰি

আপ্ৰাণ শক্তিৰে ঘাঁঠিপাত উলিয়াই আনে। টায়াৰ ফুটি বতাহবোৰ ওলাই আহিবলৈ ধৰে, বতাহ ওলোৱা শব্দ সি শুনি পায়।

তাৰ পাছৰ খন লৰী বাদদি, তৃতীয়খন লৰীৰ ওচৰলৈ সি আহে। ইপাত ঘাঁঠিৰ মুখটো ভোটা হব পাৰে, সেই ভাবি সি আন পাত ঘাঁঠিৰে আগৰ চকাৰ টায়াৰ ফুটাই দিয়ে। ঘাঁঠিপাত সোমাওতে এটা শব্দ হয়। সি চাৰিওফালে ঘূৰি চায়। কোনেও তাক লক্ষ্য কৰিছে বুলি তাৰ ধাৰণা নহয়। অলপ সময় থামি সি গাৰ বলেৰে ঘাঁঠিপাত উলিয়াই আনে। বতাহবোৰ শোঁ শোঁৱাই ওলাই আহে। তাৰ নিজৰ মনতে আনন্দ লাগে। অন্ততঃ দুখন গাড়ী অচল। সেই দুইখন গাড়ীত নতুন চকা নলগোৱাকৈ নিব নোৱাৰে।

কুৰ্ণো পাছলৈ গৈ থাকে। মানুহ যেতিয়া ওচৰলৈ আহে তেতিয়া সি থৰ হৈ পেট পেলাই পৰি থাকে, আৰু মানুহ আঁতৰ হলেই সি ঘাঁঠিৰে একে খোচে একোটা টায়াৰ ফুটাই দিয়ে। চাৰিখন গাড়ীৰ চাৰিটা টায়াৰ ফুটাই সি শেষ কৰে।

পঞ্চমখন গাড়ীত আহি তাৰ অসুবিধা হ'ল। সেইখনেই তাৰ শেষ গাড়ী। আটাইবোৰ গাড়ীতে সি টায়াৰ ফুটাব নোৱাৰে। সিমান সময় সি নাপায়। এই গাড়ীৰ কামটো শেষ কৰিব পাৰিলে সি ঘূৰি যাব পাৰে। কিন্তু সি সুবিধা কৰিব নোৱাৰে। পাছৰ কেইখন গাড়ীত বোজাই দিবলৈ বাকী আছে। মানুহবিলাকে সেইখিনিতে পিয়াপি দি আছে। আলিটোৰ কাষতে পেট পেলাই সি অপেক্ষা কৰে। এবাৰ সি ভাবে যে অপেক্ষা কৰি লাভ নহব, সি গুচি যোৱাই ভাল হব। ঠিক সেই মুহূৰ্ত্তে গাড়ীখনৰ ওচৰৰ পৰা মানুহ কেইজন অলপ আঁতৰি যায়। সি ঘাঁঠিপাত তৎক্ষণাৎ টায়াৰলৈ পোনাই মাৰে, আৰু টায়াৰটো ফুটি শোঁ শোঁ শব্দ কৰিবলৈ ধৰে।

ঘাঁঠিপাত একেটানে টায়াৰৰ পৰা উলিয়াইছিল মাথোন, তাৰ ওচৰতে আহি পোহৰ পৰিল। আলিটোৰ নামনিত সি পেট পেলাই পৰিল, আৰু টৰ্চ্চৰ তীব্ৰ পোহৰ তাৰ ওচৰৰ পাজৰে পৰিবলৈ

ধৰিলে। মানুহবিলাকে কিবা এটা বিচাৰিছে, কিবা এটা সন্দেহ কৰিছে নিশ্চয়। সিহঁতে নিজৰ ভিতৰতে কিবাকিবি আলোচনা কৰে। ক'ৰবাত কিবা এটা শব্দ সিহঁতৰ কাণলৈ গৈছে।

এইবাৰ সিহঁতে তন্ন তন্নকৈ চাবলৈ আৰম্ভ কৰে। কুৰ্ণোই ভাবে এইবাৰ আৰু তাৰ নিস্তাৰ নাই। সি লক্ষ্য কৰে সিহঁতে গাড়ীবোৰ নাচায়। গাড়ীবোৰ আলিৰ এটা কাষত আছিল। যি কাষত গাড়ী নাছিল আলিৰ সেই কাষটো সিহঁতে বিচাৰে। তাৰ পাছত সিহঁতৰ টৰ্চ্চৰ পোহৰ আনটো পাৰলৈ আহে। এমূৰৰ পৰা আৰম্ভ কৰি সিহঁতে ক্ৰমান্বয়ে ৰাস্তাৰ দুয়োটা পাৰতে টৰ্চ্চৰ পোহৰৰ সহায়েৰে কিবাকিবি চাই ফুৰে। আৰু পোহৰটো ক্ৰমে তাৰ ওচৰলৈ আহিবলৈ ধৰে। সি এবাৰ লক্ষ্য কৰে সিহঁত মানুহ তিনিটা। এজনৰ হাতত এটা বিৰাট টৰ্চ্চ, আনজনৰ হাতত এটা বন্দুক আৰু তৃতীয় জনৰ হাতত এডাল লোৰ লাঠি। আৰু মাত্ৰ এক মিনিট কি দুই মিনিট, তাৰ পাছতে সি ধৰা পৰি যাব। তাৰ পাছত অৱশ্যে তাৰ পলাবৰ কোনো উপায় নাই।

তাৰ পৰা আঁতৰি নগলে কুৰ্ণোৰ ৰক্ষাৰ উপায় নাই। পেট পেলাই থকা অৱস্থাতে সি টৰ্চ্চটোৰ গতি নিৰীক্ষণ কৰে। এবাৰ আলিৰ সিকাষে পোহৰখিনি পৰিল। সেই মুহূৰ্ত্তে সি উঠি পোনে পোনে পথাৰৰ মাজলৈ লৰ দিবৰ চেষ্টা কৰিলে। কাৰণ, সিহঁতে আলিটোৰ কাষতে চাব, দূৰলৈ নাচায়। অন্ততঃ পাঁচটাৰ মান বদি সি পথাৰৰ মাজলৈ যাব পাৰে তেনেহলে হয়তো এটা উপায় হব পাৰে। কিন্তু সি ঠিয় দিবৰ বাবে আঁঠুকাঢ়ি বহিছিল মাত্ৰ, টৰ্চ্চৰ পোহৰ আহি তাৰ পিঠিতে পৰিল। আচম্বিতে তাৰ তেনেই ওচৰতে সি খেক্‌খেক্ শব্দ শুনিবলৈ পালে। দুটা শিয়াল। টৰ্চ্চৰ পোহৰখিনি গৈ শিয়াল দুটাৰ ওপৰত পৰিল। শিয়াল দুটাই পোহৰ পাই দৌৰিলে, আৰু টৰ্চ্চৰ পোহৰখিনিও তাহাঁতক অনুসৰণ কৰিলে। সেই মুহূৰ্ত্ততে কুৰ্ণো উঠি আনফালে লৰ মাৰিলে। কুৰ্ণোক আৰু ধৰিব নোৱাৰে। দৌৰি গৈ থাকোঁতে সি

শুনে পাছত মানুহ বিলাকে হাঁহিছে। তাহাঁতৰ যেন আৰু হাঁহিৰ অন্ত নাই। শিয়াল দুটা দেখি বোধহয় সিহঁতে হাঁহিছে। সিহঁতৰ আৰু সন্দেহ নাথাকে।

কুৰ্ণোহঁত মুঠতে চাৰিকুৰি মানুহ। সিহঁতৰ কাৰো মনতে ভয় নাই কিন্তু প্ৰত্যেকৰ মনতে আশঙ্কা আছে। মৃত্যুৰ সম্মুখত থাকি থাকি সিহঁতে মৃত্যুভয় পাহৰিছে। সিহঁতৰ ধন সম্পদ গৈছে, মানমৰ্য্যদা গৈছে। আনকি নিজৰ তিৰোতাৰ সম্ভ্ৰম সিহঁতে ৰাখিব পৰা নাই। সিহঁতৰ চকুৰ আগতে সিহঁতৰ তিৰোতাক লাঞ্ছনা দিছে। আৰু সিহঁতে সকলোবোৰ সহ্য কৰিছে। জীয়াই থাকি সিহঁতে নৰক যন্ত্ৰণা ভোগ কৰিছে। গতিকে সিহঁতৰ মনত জীৱন আৰু মৰণ দুয়োটা সমান কথা। তথাপি সিহঁতৰ সাহ নাহে মনলৈ। সিহঁতে মৰিব পাৰিব কিন্তু একো ৰক্ষা কৰিব নোৱাৰে। সিহঁতে মৰি নিজে যন্ত্ৰণাৰ পৰা হাত সাৰিব, ইয়াৰ বাহিৰে আৰু অইন সান্ত্বনা সিহঁতৰ নাই।

কুৰ্ণোই সিহঁতক বুজাই কয়—

মই নিশ্চয়কৈ জানো আমাৰ আশীজন মানুহ আৰু আশীপাত যাঠি দেখিলে সিহঁতে তাৰাতাৰি আঁতৰি যাবলৈ চেষ্টা কৰিব। যিখিনি ধান গাড়ীত উঠিছে, সেইখিনি নিব পাৰিলেও তাহাঁতৰ বাবে যথেষ্ট। গতিকে আমাক দেখিলে সিহঁতে গুচি যাবৰ চেষ্টা কৰিব। কিন্তু যাব কেনেকৈ? সিহঁতৰ পাঁচখন গাড়ী বন্ধ। আমাৰ উদ্দেশ্য ধানখিনি ৰখা। তাৰ পাছত সিহঁত যাওকগৈ। আমি অযথা সিহঁতৰ লগত কাজিয়া কৰিব নাখোজো।

আমি কাজিয়া নকৰিলে সিহঁতে কৰিব।—সিহঁতৰ মাজৰ এজনে কয়। সিহঁতে প্ৰথমতে আমাৰ কেইজনমানক মাৰিব। তাৰ পাছত পাঁচখন লৰী বাদদি বাকী কেইখন গুচি যাব। ৰাতিপুৱালেই পুলিচ আহিব। সিহঁতৰ গাড়ীবোৰ নষ্ট কৰা বাবে আমাকে বান্ধি লৈ যাব। ইতিমধ্যে পথাৰ খালি। তেতিয়া অনায়াসে সিহঁতে পাঁচখন লৰীও নিব আৰু পথাৰৰ ধানো নিব। সিহঁতক বাধা দিব কোনে?

হব পাৰে, আচৰিত নহয়,— কুৰ্ণোই কয়। যদি আমি দেখো যে আমাৰ যাঠি দেখি সিহঁতে ধান নমাই থৈ গুচি নাযায় গৈ, তেনে আমি আশীপাত যাঠি ব্যৱহাৰ কৰিম। আমাৰ লগত দহডাল মহলা আছে। এই দহডাল মহলাকে জ্বলাই গাড়ীবোৰত জুই লগাই দিম। আমাৰ ধান যদি যায় তেনে সিহঁতো যাব, সিহঁতৰ গাড়ীও যাব। ইয়াৰ ফল পাছত যি হয় হব। পাছলৈ কি হব এই কথা ভাবি আজি আমাৰ চকুৰ আগতে ধানবোৰ লৈ যাবলৈ কেনেকৈ দিম? আমি এনেয়ো মৰিম তেনেয়ো মৰিম।

গাঁও পাৰ হৈ চাৰিকুৰি মানুহ পথাৰৰ ফালে আগবাঢ়ে। কিছুদূৰ যোৱাৰ পাছতে সিহঁত দেখিবলৈ পায় দূৰত লৰীবিলাকৰ ওচৰত পোহৰ জ্বলি উঠে। সিহঁতে মানুহবিলাক অহা গম পায়। সিহঁতৰ টৰ্চ্চৰ পোহৰ মানুহবিলাকৰ ফাললৈ আহে। এটাৰ পাছত এটাকৈ কেবাটাও টৰ্চ্চ জ্বলে। তাৰ পাছত টৰ্চ্চৰ পোহৰ নুমাই যায় মানুহবোৰ আগুৱাই গৈ থাকে।

লৰীবোৰৰ ওচৰ পাবলৈ তেতিয়াও সিহঁতৰ যথেষ্ট বাকী আছিল। হঠাৎ বিকট শব্দ শুনি সিহঁত আটাই বিলাকে এখন্তেকৰ বাবে ঠিয় দিয়ে। বাৰ খন লৰী একেসময়তে গৰ্জ্জি উঠে। বাৰখন গাড়ীৰে ইঞ্জিনবোৰ চলে আৰু ইঞ্জিনৰ শব্দত পথাৰখন মুখৰিত হৈ উঠে। কুৰ্ণোই সিহঁতৰ উদ্দেশ্য বুজি পায়। একেলগে ইমানবোৰ মানুহ অহা দেখি সিহঁতে পলাবলৈ যো-জা কৰিছে। সি মনতে হাঁহে। চলন্ত ইঞ্জিন আকৌ এই মাত্র বন্ধ হৈ যাব। চকা নহলে গাড়ী চলিব কেনেকৈ। আচলতে ঠিক সেয়ে হ'ল। প্ৰথম খন লৰী দুই হাত মান গৈয়ে আকৌ বন্ধ হ'ল। পাছৰ চকা ফুটা লৰী কেইখনেও গম পালে যে সিহঁতৰ লৰিবৰ উপায় নাই। মাজতে সোমাই থকা ভাল অৱস্থাৰ যি কেইখন গাড়ী সেই বিলাক ইমান ওচৰা ওচৰিকৈ ৰাখিছে যে পাছলৈ হুহকি আহি আগৰবোৰৰ কাষেদি পাবহৈ ওলাই যাবও নোৱাৰে। অগত্যা গাড়ীবোৰ আকৌ বন্ধ হ'ল। মাজৰ দুই এখন

গাড়ী অলপ অগাপিছাকৈ বাহিৰ ওলাবৰ চেষ্টা কৰি নোৱাৰিলে। গাড়ীৰ মানুহবোৰ নামি আহে। সিহঁতে গাড়ীৰ পৰা বন্দুক কেইটা নমাই আনে আৰু হাতত যাৰ যি আছিল আটাইবোৰকে লৈ নামি আহে। কোনোবা এজনে গাঁওৰ মানুহবিলাকলৈ লক্ষ্য কৰি এটা গুলী মাৰে। কিন্তু গুলীটো কাৰো গাত নালাগে।

কুৰ্ণোই কাকো বিশেষ কবলগীয়া নহয়। গাঁওৰ মানুহখিনি লৰীবোৰৰ ওচৰ পাইয়ে জাপ মাৰি লৰীত উঠে। কোনেও সিহঁতক কৈ দিব নালাগে সিহঁতৰ কৰ্ত্তব্য কি। সিহঁতৰ বুকুৰ তেজ পানী কৰি উৎপন্ন কৰা ধানবোৰ লৰাত পৰি আছে। সিহঁতে আৰু সহ্য কৰিব নোৱাৰে। জপিয়াই জপিয়াই প্ৰতিখন লৰীতে উঠি সিহঁতে আলিৰ ওপৰতে ধানবোৰ লৰীৰ পৰা পেলাই দিয়ে। লৰীৰ মানুহ-বিলাক প্ৰথমতে বিমূঢ় হৈ যায়। সিহঁতে কি কৰিব ভাবি নাপায়। সিহঁতৰ বন্দুক আছে। কিন্তু কেইজন মানুহ সিহঁতে বন্দুকেৰে গুলীয়াই মাৰিব! সিহঁতে অলপ আঁতৰলৈ গৈ নিজৰ ভিতৰতে কি আলোচনা কৰে।

ধানবোৰ আলিৰ ওপৰত আলিৰ কাষত দম হৈ পৰিবলৈ ধৰে। মানুহবিলাকে অবিশ্ৰাম ভাবে কাম কৰে। কোনেও এক মুহূৰ্ত্তৰ বাবেও বিৰাম নলয়, সিহঁতৰ বাহুবোৰ ফুলি উঠে। সিহঁতৰ ভৰত লৰীবোৰ কেৰকেৰাই উঠে! কুৰ্ণোই গতিগোত্ৰ বোৰ লক্ষ্য কৰি থাকে। এটা পোহৰৰ আভা পূবৰ পিনে দেখা পোৱা যায়। ৰাতি পুৱাবলৈ আৰু বেছি পৰ নাই—। ধানবোৰ নমাই লব পাৰিলেই সিহঁতে লৰীবোৰ বিদায় দিব। ইতিমধ্যে কুৰ্ণোৰ কথামতে লৰীৰ মানুহবিলাকে লৰী পাঁচখনৰ ফুটা টায়াৰবোৰ সলাই অইন চকা লগাবলৈ আৰম্ভ কৰিছে। প্ৰথমখন গাড়ীত ইতিমধ্যে চকা লগোৱা হৈ গৈছে। এখনৰ পাছত এখনকৈ কুৰ্ণোই লৰীবোৰ যাবলৈ দিব। প্ৰথম খন গাড়ীত আৰু এডালো ধান নাই। নতুন চকা লগাই—প্ৰথমখন গাড়ী ইঞ্জিনটো চলাই দিয়ে। আৰু লাহে লাহে ধীৰ গতিৰে আগবাঢ়ে।

দ্বিতীয় খন লৰীও আগৰ খনৰ পাছ লয়। কুৰ্ণো তৃতীয়খন গাড়ীৰ ওচৰলৈ যায়। সি লক্ষ্য কৰে কোনোখন লৰীতে কোনোজনে বিশেষ মনোযোগেৰে চকা লগাবলৈ চেষ্টা কৰা নাই। বৰঞ্চ গাড়ীবোৰৰ গাতে লাগি প্ৰতিজনে হাতত লোৰ লাঠি আৰু গাড়ীত থকা লোৰ আন গধুৰ সৰঞ্জামবোৰ সাজু কৰি লবলৈ চেষ্টা কৰিছে।

কুৰ্ণোই লৰীবোৰৰ ওপৰলৈ চায়। তাত লৰীৰ মানুহ এটাও কতো নাই। আটাইবিলাকেই লৰীৰ একেবাৰে গাতে লাগি ঠিয় হৈ আছে, আৰু দুই এজন লৰীৰ তলত সোমাইছে। কোনো এখন লৰীতে ড্ৰাইভাৰ নাই। কুৰ্ণোহঁতৰ নিজৰ মানুহৰ বাহিৰে লৰীৰ ওপৰত আৰু আন কোনো মানুহ নাই। সি আগলৈ চায়। আগেয়ে যোৱা দুয়োখন লৰী ৰৈ আছে, অলপমান দূৰলৈ গৈ দুয়োখনে ইঞ্জিন চলাই ৰাখি, ৰৈ আছে। হঠাৎ ক্ষিপ্ৰ গতিৰে এনেকৈ কাণ্ডবোৰ ঘটিল যে কুৰ্ণোই ধৰিবই নোৱাৰিলে।

আগৰ লৰী দুখনৰ পৰা বন্দুকৰ শব্দ হ'ল। যিবিলাক মানুহে পাছৰ লৰীবোৰত উঠি ধানবোৰ নমাই আছিল সিহঁতৰ মাজৰ দুজন মানুহ ঢলি পৰিল। একেসময়তে লৰীবিলাকৰ পৰা মানুহবোৰ জাপমাৰি আলিৰ ওপৰত নামিল। কেইজনমানে আহত হোৱা মানুহ দুজনক লৰীৰ পৰা নমাই আনিবলৈ চেষ্টা কৰিলে। তেনেতে সিহঁতৰ গাৱে মূৰে লোৰ টাঙোনৰ কোব পৰিবলৈ ধৰিলে। কেইজনমান বাগৰি পৰিল। আনকেইজনে লৰীৰ ওপৰৰ পৰা মানুহ দুজন নমাই আনি চোচৰাই নি লৰীবিলাকৰ পৰা আঁতৰত পথাৰত পেলাই থলে। লৰীবিলাকৰ ওচৰত যিবিলাক লৰীৰ মানুহ আছিল সিহঁতে যেনিতেনি লোৰ টাঙোন বিলাকেৰে যাকে পায় তাকে মাৰ সোধাবলৈ ধৰিলে।

ইতিমধ্যে গাঁওৰ মানুহবিলাকৰ হাতৰ মহলাবোৰ জ্বলি উঠিল। কেবাজন মানুহ জ্বলা জোৰ বোৰ লৈ আগৰ লৰী দুখনৰ ফালে দৌৰিলে। আকৌ বন্দুকৰ শব্দ হ'ল, আকৌ জোৰ লোৱা এজন মানুহ মাটিত ঢলি পৰিল। কিন্তু লৰী দুখনে বেগ লবলৈ নৌপাওঁতেই

বাকী খিনি মানুহে সিহঁতক ঘেৰি পেলালে। অলপ পাছতে দুয়োখন লৰী জ্বলি উঠিল। লৰীৰ জুইৰ পোহৰত দেখা গ'ল যে দুয়োখন লৰীতে যিমান মানুহ আছিল আটাইবোৰ তাৰ পৰা দৌৰি পলাইছে।

জোৰ লোৱা মানুহবোৰ পাছলৈ আহে। সিহঁতৰ প্ৰাণত জোৰৰ জুইৰদৰে প্ৰতিহিংসাৰ জুই জ্বলিছে। সিহঁতে পাছত ৰৈ থকা লৰীবোৰোতো জুইলগাই দিব। কিন্তু লৰীবোৰৰ ওচৰত তেতিয়া তয়াময়া ৰণ লাগিছে। লৰীৰ মানুহৰ লোৰ টাঙোনৰ আঘাতত কেবাটাও মানুহ মাটিত পৰিছে। গাঁওৰ মানুহবিলাকেও তেওঁলোকৰ যাঠিবোৰ ব্যৱহাৰ কৰিছে। কিমানজন মৰিল হিচাব কৰা টান হৈ পৰিল।

কুৰ্গোইঁতৰ ওচৰতে আকৌ বন্দুকৰ শব্দ হ'ল। কোনোবা এজনে চিঞৰ মাৰি মাটিত ঢলি পৰিল। ইতিমধ্যে লৰী বিলাকত জুই জ্বলি উঠিল। প্ৰতিখন লৰীতে জোৰ বিলাকেৰে জুই লগাই দিয়া হ'ল। পথাৰৰ মাজে মাজে কোনে ক'ত দৌৰিলে তাৰ ঠিক নাইকিয়া হ'ল। কুৰ্গোই দেখিলে যে লৰীৰ জুই লাহে লাহে আহি ধানবোৰত লাগিব, লৰীৰ লগে লগে ধানবোৰো পুৰি যাব। কিন্তু কাৰো আৰু ধানলৈ লক্ষ্য নাই।

কিবা এটা অদ্ভুতভাবে সকলো মানুহে নিজৰ স্বাৰ্থৰ কথা পাহৰি গৈছে। সিহঁতৰ মনত আৰু অন্য কোনো অনুভূতি নাই। সিহঁতৰ মনত কেৱল প্ৰতিহিংসা। তাৰ নিজৰে গাঁৱৰ মানুহে কোনো সঙ্কোচ নকৰাকৈ আগত যাকে পাইছে তাৰ গাতে যাঠি মাৰিছে। মানুহক হত্যা কৰাত আৰু সিহঁতৰ কুণ্ঠা নাই। দীৰ্ঘ দিনৰ যাতনা আৰু লাঞ্ছনাই সিহঁতক ক্ষিপ্ত কৰি তুলিছে। ইমানদিনে সিহঁতে প্ৰতিশোধ লোৱাৰ সুবিধা পোৱা নাছিল। সিহঁতে প্ৰাণপণে অপমানৰ পাছত অপমান পাইও, নিজক বচাই ৰাখিবৰ বাবে চেষ্টা কৰিছিল। নিজৰ ঘৰৰ ছোৱালী বোৱাৰী অপহৰণ কৰাৰ পাছতো সিহঁতৰ চকুৰ আগতে সিহঁতৰ তিৰোতাক লাঞ্ছনা আৰু অপমান কৰা সত্ত্বেও সিহঁতে প্ৰতিশোধ

সব পৰা নাছিল। আজি সিহঁতে এই সুবিধা পূৰ্ণভাবে গ্ৰহণ কৰিছে। সিহঁতৰ প্ৰতিশোধৰ অগনি চাৰিওফালে জ্বলি উঠিছে।

কুৰ্ণৌ নিজেও থিৰে থাকিব পৰা নাই। তাৰ চকুৰ আগতে যি মুহূৰ্ত্ততে সিহঁতৰ এজনক কোনোবাই আঘাত কৰিছে সিও তাৰ যাঠিৰ সৎব্যৱহাৰ কৰিছে। তাৰ যাঠি পাত তেজেৰে ৰাঙলি হৈ গৈছে। সি নিজেও আঘাত পাইছে। তাৰ গাত লোৰ টাঙোনৰ কোব কেবাটাও পৰিছে। মূৰত পৰা হলে ইমান সময় সিও আলিত পৰি মৰি থাকিল হেঁতেন। তথাপিও সি অনুভৱ কৰে যেন তাৰ গাত আৰু শক্তি নাই. সি যেন আৰু ঠিয় হৈ থাকিব নোৱাৰিব। সি গম পায় যে লৰীৰ মানুহবোৰ প্ৰায় পলাইছে। যিকেইখনৰ যাব পৰা নাই, সেই কেইজন আলিৰ ওপৰত তেজৰ মাজত পৰি আছে। সিহঁত আৰু কলৈকো যাব নোৱাৰে।

লৰীবিলাকত সম্পূৰ্ণ জুই জ্বলি উঠিছে। সেই জুইৰ পোহৰত পথাৰবোৰ উজ্জ্বল হৈ উঠিছে। কুৰ্ণৌই দেখা পায় ৰাতি পুৱাইছে। পুৱাৰ সূৰুযৰ পোহৰ আৰু জুইৰ পোহৰ মিলি গৈছে। হঠাৎ কুৰ্ণৌই দেখা পায় লৰী এখনৰ কাষতে কুৰ্ণৌহঁতৰে এজনে পৰি চট্‌ফটাই আছে। একমুহূৰ্ত্তৰ পাছতে তাৰ গাত জুই লাগিব! সি হাতৰ যাঠি পাত পেলাই দি এ্কে দৌৰে লৰীখনৰ ওচৰ পায়, আৰু দুই হাতেৰে টানি মানুহজনক আঁতৰলৈ চোচৰাই আনে। এনেতে আকৌ এটা বন্দুকৰ শব্দ হ'ল। তাৰ নিচেই ওচৰত। সি ঘূৰি চাবলৈ সময় নাপালে বন্দুকৰ গুলী তাৰ বুকুত সোমাই গ'ল। সি মাটিত ঢলি পৰিল। তাৰ বুকুৰ তেজেৰে মাটিখিনি ৰঙা হৈ পৰিল। তাৰ বুকুৰ তেজ বৈ বৈ পথাৰ পালেগৈ।

*  *  *  *

ৰাতি পুৱাৰ লগে লগে যাত্ৰা আৰম্ভ হ'ল। নিমিষৰ ভিতৰতে ৰাখালগঞ্জৰ হত্যাৰ বাতৰি গাঁৱে গাঁৱে প্ৰচাৰিত হৈ গ'ল। ওচৰৰ গাঁও বিলাকে নিজ চকুৰে দেখিলে ভয়ানক জুই, কাণেৰে শুনিলে

বন্দুকৰ আৱাজ। কিমান মানুহ ক'ত মৰিল কোনেও হিচাব কৰিবৰ সময় নাপালে। ওচৰৰ গাঁও বিলাকত প্ৰচাৰ হ'ল, ৰাতিৰ মাৰামাৰিত সিহঁতৰ ওচৰৰ গাঁৱৰ মানুহ এশজন মৰিল। দূৰৰ গাঁও বিলাকত প্ৰচাৰ হ'ল, মৰা মানুহৰ সংখ্যা হব পাঁচশ কি তাৰো বেছি। মুখে মুখে বাতৰি গ'ল, ৰাখালগঞ্জ আৰু পাইকপাৰাত ডেকা জীয়ৰী বোৱাৰী এজনীও নাই। আটাইবিলাকক ধৰি লৈ গৈছে। মাত্ৰ বুঢ়ীমানুহ কেই গৰাকীমান ঘৰত আছে, বাকী আটাই বিলাকে গ'ল। ডেকা মানুহ যি আছিল হয় মৰিল, নহয় দস্যু বিলাকে ধৰি নিলে। যিবিলাকে পলাবৰ চেষ্টা কৰিলে, তেওঁলোকক জ্বলা জুইত পেলাই দিলে।

গাঁৱে গাঁৱে খবৰ হ'ল, আৰু গাঁৱে গাঁৱে জাকে জাকে মানুহবোৰে ঘৰবাৰী এৰি দূৰ দেশলৈ যাত্ৰা কৰিলে। ওচৰৰ গাঁওবিলাকৰ ভিতৰত প্ৰথমতে পাইকপাৰাই যাত্ৰা আৰম্ভ কৰিলে! ৰঘুনাথৰ মৰা কেঁচুৱাটো দুই এজনে দেখিছে। কেঁচুৱাটোৰ মূৰটো নাই বুলি কলেও হয়। যিখিনি আছে তাক মূৰ বুলিব নোৱাৰি। তালুৰ ওচৰেদি মূৰটো ঠেঙেলা খাই ভাঙ্গি চেপেটা হৈ সোমাই আহিছে। সেই পিনেদি তেজ ওলাই ৰাতিৰ ভিতৰতে তেজবোৰ জমি গৈ মূৰটোত ৰঙাপাগুৰি এটাৰদৰে হৈ উঠিছে। চকুদুটাযে আছিল তাৰ কোনো চিন নাই। চকু, নাক আৰু মুখ গোটেইখিনি জমা হৈ এটা গোট হৈ গৈছে—। শৰীৰৰ বাকী ভাগ খিনি কিন্তু যেনেতেনে আছে—, বিশেষ লৰচৰ হোৱা নাই। কেৱল হাতভৰিবোৰ ঠেৰেঙ্গা মাৰিছে।

ৰাতিপুৱা এই অৱস্থা দেখি এজনী মাইকী মানুহ মুচকচ গ'ল। মতামানুহবিলাকে ৰঘুনাথক বিচাৰিলে। অৱশেষত তাৰ মৰা শটো কাকৰকান্দিৰ আলিৰ কাষত বিচাৰি পালে। ৰঘুনাথৰ ঘৈণীয়েকক আৰু বিচাৰি পোৱা নগ'ল। যিখন বিছনাত সিহঁতে শোৱে, সেই বিছনাখনত সিহঁতে পালে তেজৰ দাগ। বিছনাত পৰা কাপোৰখন ফাটি চিৰাচিৰ হৈ গৈছে। ৰঘুনাথৰ ঘৈণীয়েকৰ কি অৱস্থা হৈছে তেওঁলোকে অনুমান কৰে। ৰঘুনাথৰ বংশ লোপ হ'ল। তেওঁলোক

চাৰিওফালে চালে। বাকী বস্তুবিলাকৰ একো হানিবিঘিনি হোৱা নাই। আনকি ৰঘুনাথৰ ভঁৰালত ইমানবোৰ ধান ভৰি আছিল তাকো কোনেও চুৱা নাই।

পাইকপাৰাৰ আটাইবোৰ মানুহ ওলাল। তেওঁলোকৰ পথাৰৰ পকা ধান পথাৰতে থাকিল। ভঁৰালৰ ধান ভঁৰালতে থাকিল। গৰু ম'হ যাৰ যি আছিল সকলো পৰি থাকিল। তেওঁলোকৰ হাহ কুকুৰা, গাহৰি ছাগলী সকলো ৰৈ গ'ল। সকলো সা-সম্পত্তি পেলাই থৈ,— সাত পুৰুষৰ ভেটি পৰিত্যাগ কৰি, তেওঁলোকে ৰাতিপুৱাতেই যাত্ৰা আৰম্ভ কৰিলে। দুই এজনে প্ৰথমে আপত্তি কৰিছিল। ইয়াত তেওঁ-লোকৰ বিপদৰ অন্ত নাই; কিন্তু তেওঁলোক যাব কলৈ? তেওঁলোকৰ বাবে চাৰিওফালে বিপদ। হয়তো তেওঁলোকক বাটতে বনৰীয়া জন্তুৱে খাই পেলাব, নহয় তেওঁলোক ভোকতে মৰিব। তেওঁলোক লগত লৈ যোৱা বস্তুৰে কেইদিন চলিব। আৰু লগত নিবলৈ তেওঁ-লোকৰ আছেই বা কি! কিন্তু তেওঁলোক কেইজনৰ কথা শুনে কোনে? বিশেষকৈ তিৰোতা মানুহবিলাক ঘৰৰ পৰা ওলাই আহিল। বাটৰ বনৰ মাজত বনৰীয়া জন্তুৰ হাতত মৰে সিও ভাল, ভোকতে মৰি থাকে সিও ভাল। কিন্তু জীয়াই জীয়াই ইমান অত্যাচাৰ তেওঁলোকে সহ্য কৰিব নোৱাৰে। পাইকপাৰা এৰি তেওঁলোক যাবই—কপালত যি আছে সেয়ে হব।

ৰাতিপুৱাৰ লগে লগে শ শ মানুহ গাঁও খনৰ পৰা ওলাই গ'ল। যিবিলাক তেনেই বুঢ়া আৰু বুঢ়ী তেওঁলোকো ওলাল। লাখুটিৰ ওপৰত ভৰদি শুদা ভৰিৰে বনজঙ্গলৰ মাজলৈ তেওঁলোকো ওলাল। গাত তেওঁলোকে কেৱল পিন্ধা কাপোৰখিনি ললে; আৰু বাটত খাবলৈ যাৰ ঘৰত যি আছিল তাকে টোপোলাত বান্ধি লৈ তেওঁলোকে পাইক-পাৰা পৰিত্যাগ কৰি গুচি গ'ল।

বান্ধি থোৱা গৰু ম'হ তেওঁলোকে মোকলাই দিলে। গৰালৰ ভিতৰত থকা গাহৰিবোৰ মেলি দিলে। খোৱাৰত থোৱা হাহ কুকুৰা এৰি

দিলে। সিহঁতক বান্ধি থৈ দিলে কোনে খাবলৈ দিব? কোনে মোকলাই দিব, কোনে আকৌ বান্ধি থব? তাতকৈ মুকলি হৈ থাকক আটাইবোৰ জীৱ। সিহঁতে য'ত যি পায় বিচাৰি খাব। হয়তো হাহ কুকুৰা বোৰ বাতিহলে শিয়ালে খাব। খালেও উপায় নাই। তেওঁলোকৰ কৰিবলগীয়া একো নাই। ৰঘুনাথৰ ঘৰৰো গৰু ম'হ ছাগলী হাহ কুকুৰা আটাইবিলাকক তেওঁলোকে মোকলাই দিলে। গাঁৱত আৰু যি দুএজনৰ ঘৰ নিৰাশ্ৰয় হৈ আছিল, বা যাৰ ঘৰত বুঢ়া মানুহৰ বাহিৰে কোনো নাছিল তেওঁলোকৰ ঘৰতো মানুহ বিলাকে তাকেই কৰিলে। তাৰ পাছত চকুলো টুকি টুকি তেওঁবিলাকে গাঁওখন এৰি থৈ গ'ল। কিছু মানে হুক্ হুক্কৈ কান্দিলে, কিছুমানে হিয়া ভুকুৱাই ঢাকুৰি-ঢাকুৰি কান্দিলে। কিন্তু গাঁওখনত কোনো নৰ'ল।

আন গাঁওবিলাকৰ অৱস্থাও পাইকপাৰাৰ দৰে হ'ল। সকলোৱে ভাবিবলৈ আৰম্ভ কৰিলে তেওঁলোকৰ জীৱন বিপন্ন। পাইকপাৰাই যাত্ৰা কৰিলে ৰাতিপুৱাতেই। তাৰ অলপ পাছতে যাত্ৰা আৰম্ভ কৰিলে ফকিৰতলাই। ফকিৰতলাত যদিও খুব ডাঙৰ ধৰণৰ অঘটন হৈ মানুহ মৰা নাই, তথাপি সৰু সুৰা ঘটনা ফকিৰতলাতেই হৈছে বেছি। ফকিৰতলাৰ দোকানবোৰত কিবা কিবি হৈয়ে থাকে। ছমাহৰ ভিতৰত এখন দোকানে ষিখিনি লাভ কৰে এদিনতে লুটপাত কৰি কোনোবাই তাক লৈ যায়। গাঁৱৰ প্ৰতিজন দোকানীৰে অলপ চলপ খেতি বাতি আছে বুলিয়েই তেওঁলোক তিষ্ঠি থাকে। নহলে দোকানে তেওঁলোকক খুৱাব নোৱাৰে। তথাপি মনৰ লোভত তেওঁ-লোকে দোকানবোৰ বন্ধ নকৰি চলাই থাকে। সেইবাবে ফকিৰতলাত কাৰো শান্তি নাই। ইমানদিনে উৎপাতবোৰ প্ৰায়ে দোকানতে আবদ্ধ হৈ আছিল। কিন্তু আন গাঁও বিলাকত হোৱাৰ দৰে সেই গাঁওতো উপদ্ৰৱ হবলৈ আৰু কিমান দিন? এই বিলাক কাৰণত বহুদিন আগৰে পৰা ফকিৰতলাই যাবলৈ সাজু হৈ আছিল।

আগদিনা খন বাতি বাখালগঞ্জৰ ঘটনাবোৰ তেওঁলোক শুনিছে।

দুই এজনে জুইৰ আগ দেখাও পাইছে। তাৰ উপৰি তেওঁলোকে ফকিৰ-তলাৰ আলিদি লৈ যোৱা লৰীখনৰ সন্তেদ পাইছে। লৰীখন ফকিৰ-তলাত অলপ সময়ৰ বাবে থামিছিল। তাৰ চাহৰ দোকানখন তেতিয়া বন্ধ। কিন্তু লৰীৰ মানুহবিলাকে দোকানৰ মানুহবিলাকক জগাই ভাত চাহ খাইছিল। দোকানত লৰা এজনে তাহাঁতক চাহ দি থাকোতে দোকানৰ আন এজন মানুহ বাহিৰলৈ আহি শুনিলে লৰী খনত কিহৰ যেন এটা শব্দ। প্ৰথমতে সি ভাবিছিল বোধহয় মেকুৰী। বোধহয় ক'ৰবাত আপোনমনে বহি মেকুৰী এটাই গোঁ গোঁ কৰিছে। যিমানে সি কাণ পাতি শুনিলে তাৰ ধাৰণা হ'ল যে শব্দটো আহিছে লৰীৰ পৰা। সি লৰীৰ ওচৰলৈ আহে। লৰাখনত উঠি সি চাবলৈ চেষ্টা কৰিছিল মাথোন, কোমৰত এক কোৰ খাই সি ভূৰস্তে নামি আহিল। হলেও, সি গম পালে গাড়ীত কোনোবা তিৰোতা মানুহ পৰি আছে। একমুহূৰ্ত্ততে আধাদেখা হোৱা সত্বেও সি গম পালে যে ভাত তিৰোতা মানুহ এজনী নে দুজনী পৰি আছে আৰু শব্দটো সিহঁতৰ কাতৰ গোঙনি।

লৰীখন যোৱাৰ পাছত মানুহজনে শুবলৈ চেষ্টা কৰিলে। কিন্তু তাৰ টোপনি নাহিল। কোমৰৰ বিষত সি কলৈকো যাব নোৱাৰাও হ'ল। তথাপি তাৰ মনৰ পৰা অনুতাপ দূৰ নহ'ল। ৰাতিপুৱালতেই সি লৰাজনক মাতি চাৰিওফালে খবৰ পঠিয়ালে। কিন্তু লৰী তেতিয়া বহুদূৰ পাইছে গৈ।

দুপৰীয়াৰ আগতে ফকিৰতলা শূন্য হৈ গ'ল। দোকান বিলাকত যিবিলাক বয়বস্তু আছিল তাৰ একো ব্যৱস্থা কৰিব পৰা নহ'ল। বয়-বস্তু তাতেই পৰি থাকিল। তেওঁলোকে দোকানবিলাকত তলা লগালে। তলা লগাই যিমান পাৰে মজবুতকৈ দোকানবোৰ বন্ধ কৰিলে। কোনে জানে হয়তো কোনোবা দিনা তেওঁলোক ঘূৰি আহিব। আন সকলো গাঁওতে থাকিল ; কিন্তু—গাঁৱত আৰু এটা মানুহো নাথাকিল।



ৰাখালগঞ্জৰ পথাৰত পোন প্ৰথম উপস্থিত হয় চিত্ৰামণি। বিচাৰি বিচাৰি তাই কুৰ্ণোক উলিয়ায়। এবাৰ মাত্ৰ তাই মূৰ্চ্ছা যায়। মূৰ্চ্ছাগৈ কিমান সময় তাই তাত আছিল কব নোৱাৰে। মূৰ্চ্ছাৰ পৰা উঠিয়ে তাই দেখা পায় কুৰ্ণোৰ হাত এখন বুকুত লৈ তাই পৰি আছে আৰু তাইৰ বাপেক পেষ্টৰ ডেভিদছনে লগত মাত্ৰ চাৰিজন মানুহ লৈ পথাৰৰ একাষে, আলিৰ ওচৰতে কিছুমান গাঁত খান্দিবলৈ আৰম্ভ কৰিছে। মৰা মানুহখিনিক তেওঁ কবৰ দিব। পেষ্টৰ চিত্ৰামণিৰ ওচৰলৈ আহে। তাইৰ মূৰতে হাতখন থয় কিন্তু মুখেৰে একো কব নোৱাৰে। চিত্ৰামণিও একো নকয়। কবলৈ তেওঁলোকৰ কাৰো ভাষা নাই। শোকৰো এটা সীমা আছে; সেই সীমাৰ বাহিৰত ভাষা নাথাকে, অভিব্যক্তি নাথাকে, শোক প্ৰকাশ কৰাৰ উপায় নাথাকে!

চিত্ৰামণি তেওঁলোকৰ পৰা এখন কোৰ খুজি লয় আৰু কুৰ্ণোৰ কবৰৰ বাবে এটা গাঁত খান্দিবলৈ চেষ্টা কৰে। তাইৰ বাপেক আৰু আন মানুহ কেইটাই ভীষণ আপত্তি কৰিছিল। তেওঁলোকে কৈছিল যে এই কাম তাইৰ বৰ্ত্তমান অৱস্থাত তাইৰ বাবে অসম্ভৱ। কিন্তু তাই কাৰো কথা নুশুনিলে। তাই নিজে কোৰ খন লৈ গাঁত খান্দিবলৈ আৰম্ভ কৰিলে। বাপেকক তাই এটামাত্ৰ অনুৰোধ কৰিলে যেন কুৰ্ণোৰ বাবে তেওঁ এটা ক'ফিন্ দিয়ে!

তাই কোৰ খনেৰে দহ-বাৰ চপৰা মাটি পেলোৱাৰ পাছতে তাইৰ ভাগৰ লাগে। এনেকুৱা ভাগৰ লাগে যে তাই আৰু ঠিয় হৈ থাকিব নোৱাৰে! তাই বহি পৰে। অলপ পৰৰ পাছতে আকৌ মাটি খান্দে। কুৰ্ণোৰ জীৱনত ধৰিবলৈ গলে তাই একো সহায় কৰিব নোৱাৰিলে। মৰাৰ পাছত কুৰ্ণোক তাই নিজে কবৰ দিব। কোনেও তাইক এই ব্ৰতৰ পৰা বিৰত কৰিব নোৱাৰে।

দুপৰীয়া কুৰ্ণোৰ ক'ফিনটো আহি পালে। তেওঁলোকে কুৰ্ণোক ক'ফিনত ভৰালে। বাপেকে মন্ত্ৰ পাঠ কৰিলে। তেতিয়ালৈকে কিন্তু গাঁতটোৰ আধাও হোৱা নাই। আন যি কেইটা শ তাত

আছিল, তেওঁলোকে সেই কেইটাৰ ব্যৱস্থা কৰিলে। দুপৰীয়া হোৱাৰ অলপ আগতে তেওঁলোকে আটাই কেইটা মৰা মানুহকে কবৰ দিলে। কিন্তু বিপদ হ'ল কুৰ্ণোক লৈ। যি গতিৰে চিত্ৰাই গাঁত খান্দিছে, সন্ধিয়াৰ আগতে তাই গাঁতটো শেষ কৰিব নোৱাৰে। তাই এনেকুৱা ক্লান্ত হৈ পৰিছে যে পেষ্টৰে ভাবে হয়তো তাইৰ বাবেও এটা গাঁতৰ প্ৰয়োজন হব।

দিনটোৰ ভিতৰত তাই এটোপ পানীও নাখালে। তাই মাজে মাজে বহে, মাজে সময়ে মাটিৰ ওপৰতে বাগৰি পৰে. একো একোবাৰ তাইৰ নিজৰে ধাৰণা হয় যে তাই আৰু কুৰ্ণোক কবৰত থব নোৱাৰিব তাই নিজে বোধ হয় তাৰ আগেয়ে মৰি যাব। তথাপিও তাই কোৰ থন নেৰে; আন কাকো গাঁতটো খান্দিবলৈ নিদিয়ে। অৱশেষত গাঁতটো হ'ল। পথাৰৰ কোমলমাটিত কুৰ্ণোৰ শেষ শয্যা পতা হ'ল। চিত্ৰাই নিজে এবাৰ গাঁতটোৰ ভিতৰত কাটি হৈ শুলে। তাই আপোন মনে কৈ গ'ল,—

মই তোমাৰ শেষ শয্যা মোৰ গাৰে উমাই দি গলোঁ। মোৰ দুটোপ চকুলোৰে তোমাৰ কঠোৰ শয্যা কোমলাই দি গলোঁ। তোমাৰ নিঃশ্বাস নাই, মোৰ জীৱনৰ শ্বাস ইয়াতে তোমাৰ বাবে থৈ গলোঁ।

বেলি মাৰ যোৱাৰ লগে লগে কুৰ্ণোৰ কবৰত মাটি দিয়া শেষ হ'ল।

পেষ্টৰে ৰাখালগঞ্জৰ পৰা ফকিৰতলালৈ যায়। তেতিয়া এন্ধাৰ হৈ গৈছে। জনপ্ৰাণী এটাও ক'তো নাই। গৰু ম'হবোৰ বাটে ঘাটে শুই আছে। কিছুমান ঘৰৰ দুৱাৰ বন্ধ, আন কিছুমানৰ আকৌ দুৱাৰ বোৰ খোলা। হয়তো গৰু ছাগলীয়ে দুৱাৰ বোৰ থেলি খুলি থৈছে। ভিতৰত কিবা খোৱাৰ বস্তু থাকিলে সিহঁতে খাই ঘৰৰ পৰা ওলাই গৈছে। ঘৰৰ ভিতৰত মাটিৰ চৰু ভাঙ্গি আছে, কেৰাহীবোৰ ওভোটা হৈ পৰি আছে। দুই এটা ঘৰত সোমোৱা মাত্ৰকে এন্দুৰবোৰ লৰ মাৰে। ইমানবোৰ এন্দুৰ যে ক'ৰপৰা এই অলপ সময়ৰ ভিতৰতে আহি গোট খায় পেষ্টৰে ভাবি নাপায়। কিন্তু এয়ে বোধহয় হয়। মানুহবোৰ

যোৱা মাত্রকে এন্দুৰবোৰৰ ৰাজ্য আহি পৰে। দুদিনৰ ভিতৰতে ঘৰবোৰত এন্দুৰ নিগনি ভৰি পৰিব, মকৰাই জাল পাতিব, সাপে আহি বাহ লব, বাদুলিয়ে চুকে কোণে বাহ সাজিব। আৰু গৰু, ম'হ, ছাগলী তাৰপৰা লাহে লাহে আঁতৰি যাব। ইতিমধ্যে দুই এটা কণা বাদুলিয়ে ঘৰৰ ওচৰত থকা অমৰাৰ গছত উঠি বহিছেহি। লাহে লাহে কণা-বাদুলিবোৰ গছৰ পৰা আহি ঘৰ সোমাব ; আৰু ঘৰৰ ওচৰতে থকা আম কঁঠালৰ গছবোৰলৈ আহিব হুদু আৰু ফেচা।

পেষ্টৰ ওলাই আহে। গাঁৱৰ মাজৰ আলিবাটেদি তেওঁ কাকৰ-কান্দিৰ পিনে আহিবলৈ ধৰে। ইয়াত কৰিবলৈ একো নাই। গৈ থাকোতে তেওঁৰ কাণলৈ আহে এটা শব্দ। দামুৰিক বিচাৰি গাইবোৰে ডিঙিৰে একপ্রকাৰ শব্দ কৰে ঠিক তেনেকুৱা শব্দ। পেষ্টৰে ভাবে যে হয়তো ক'ৰবাত গাই এজনী বন্ধা আছে। আন গৰুৰ লগত বোধহয় দামুৰিটো ক'ৰবালৈ গুচি গৈছে ; সেইবাবে গাইজনী দামুৰি বিচাৰিছে। পেষ্টৰে জেপৰ পৰা টৰ্চ্চটো উলিয়াই তাৰ পোহৰেৰে চাৰিওফালে চায়। বান্ধি থোৱা গাই গৰু তেওঁ ক'তো দেখা নাপায়। অলপ দূৰ তেওঁ আগুৱাই যায়। আলিৰ কাষতে তেওঁ দেখা পায় গাই এজনী শুই আছে। তেওঁ প্রথমতে অবাক হয়। শুই থকা গাইজনীয়ে তেনেকুৱা কৰিছে কিয়। তেওঁ গৰুজনীৰ ওচৰলৈ আহে আৰু ততালিকে কথাটো বুজি পায়। গাইজনীয়ে পোৱালি দিব। বেছি সময় আৰু নাই পোৱালি জন্মিবই। তেওঁ ওচৰতে থকা ঘৰটোলৈ গৈ শুকান খেৰ কিছুমান যোগাৰ কৰি আনে। গাইজনীৰ ওচৰতে তেওঁ খেৰবোৰ ভালকৈ মেলি দিয়ে। অলপ পাছতে আগভৰি দুখনৰ ওপৰত মুৰটো থৈ পোৱালিটি মাকৰ গৰ্ভৰ পৰা বাহিৰ হবলৈ ধৰে। পোৱালিটো মাটিত পৰা মাত্রকে পেষ্টৰে খেৰ কেইডালমানেৰে তাৰ মুখৰ জালবোৰ মচি দি অলপ তাক শুকান কৰি মাকৰ ওহাৰত তাৰ মুখখন লগাই দিয়ে। পোৱালিটোৱে দুই এবাৰ ভুল কৰে, দুই এবাৰ মাটিত বাগৰি পৰি যায়, আকৌ উঠি ওহাৰত মুখ লগায়। পেষ্টৰ আগবাঢ়ে।

ভেওঁ গৈ পাইকপাৰাত সোমায়। মৰিশালীৰ দৰে পাইকপাৰা নিস্তব্ধ হৈ আছে। তাত যেন কোনোদিনেই মানুহৰ বসতি নাছিল এনেকুৱা যেন লাগে। আগৰে পৰা পাইকপাৰাত পুৰণি গছৰ সংখ্যা সৰহ। কাৰণ পাইকপাৰা এখন অতি প্ৰাচীন গাঁও। আঁহত ডিমৰু গছ গোটেই গাঁওখনতে ভৰি আছে। তাৰ আম কঁঠাল গছবোৰো বিৰাট। আম, বট, আঁহত গছৰ তলেদি পেষ্টৰ গৈ থাকে। ওখ গছবোৰত শগুনৰ বাহ। গছৰ তলৰ পাতবোৰ তেনেই বগা হৈ থাকে। হঠাৎ পেষ্টৰৰ গাৰ নোম বিলাক ঠিয় দি উঠে। ভেওঁ নিজকে এবাৰ ক্ৰশ্ কৰি লয়। গছবিলাকৰ ওপৰত কি যেন এটা আলোড়ন লাগে। একেলগে কেবাটাও শগুনে পাখি জোকাৰে। ৰাতিৰ নিস্তব্ধতাৰ মাজত শগুনৰ পাখিৰ জোকাৰণিয়ে এটা বিশ্ৰী শব্দ কৰে। এটা সিৰ্ সিৰ্ শব্দ ইডালৰ পৰা সিডাল গছলৈ বিয়পি পৰে। গছবোৰে যেন কোঢ়াল কৰি উঠে। এটা অসহনীয় নীৰৱতা হঠাৎ যেন মুখৰিত হৈ উঠে। গুচিযোৱা মানুহবিলাকৰ আত্মাবোৰ যেন সজাগ হৈ উঠে; গুন্ গুনকৈ কথা কয়, আৰু অলপ পাছতে বিনাই বিনাই কান্দে। পেষ্টৰে টৰ্চ্চটো জ্বলাই দিয়ে। এন্ধাৰত চিনিপোৱা পথবোৰো যেন কিবা অচিনাকি আচহুৱা আৰু ভয় লগা হৈ পৰে।

পেষ্টৰ আৰু তাত নাথামে। গাঁওখনৰ মাজতে এটা সৰু ঠেক বাট। সেইবাটেদি কাকৰকান্দিলৈ যাব পাৰি। বাটটোৰ সেইখিনিতে পাইকপাৰা গাঁওখন প্ৰায় সমানে দুভাগ হৈছে, পূব পাইকপাৰা আৰু পশ্চিম পাইকপাৰা। পেষ্টৰে সেইবাটেৰে কাকৰকান্দিৰ ফালে ঘূৰে। ঘূৰিয়ে তেওঁ স্তব্ধ হৈ ৰয়। কি বুকুফলা আৰ্ত্তনাদ। বহুত মানুহৰ হুমুনিয়াহবোৰ গোট মাৰি একেটা হৈ ডিঙিৰে নোলাই বুকুফাটি যেন বাহিৰলৈ আহি শব্দৰূপ লৈছে। বিননিটো আহি কাণত নালাগি বুকুত লাগে আৰু বুকু লৰি উঠে। পাইকপাৰাৰ এমূৰে অকলে এটা কুকুৰে দীঘলকৈ বিনায়। সি সুভুকে কেৱল বিনায়; আৰু

বাজঁতে উ উ কৰে। অনুমান হয় যেন তাৰ পেটেৰে শেল সোমাই গৈছে আৰু যন্ত্ৰণাত সি কাতৰ ভাবে বৈ বৈ দীঘলকৈ বিনাইছে।

পেষ্টৰে গিৰ্জালৈ আহে। গিৰ্জাৰ ভিতৰত তেওঁ কিছুমান মমবাতি জ্বলাই দিয়ে। গিৰ্জাত কোনো এটা মানুহো নাই। তেওঁ নিজে গিৰ্জাৰ ঘণ্টাটো বজাব ধৰে। ধীৰে ধীৰে ঘণ্টাটো বাজে—ঢং ঢং, ঢং-ঢং ; ঢং-ঢং ঢং, ঢং-ঢং ঢং। দূৰ দিগন্তলৈ ঘণ্টাৰ শব্দটো বিয়পি পৰে। দূৰত ৰাখালগঞ্জৰ পথাৰৰ কবৰ বিলাকৰ ওপৰেদি শব্দটো বাগৰি যায়। মৃদু ঘণ্টাৰ শব্দত যেন ভাহি আছে সৰগৰ শান্তি আৰু ক্ষমা।

তাৰ পাছত তেওঁ বেদীৰ আগত আহি আঁঠু লয় ; আৰু ভগবানক প্ৰাৰ্থনা কৰে। হে সৰগৰ ভগবান! তুমি আমাক ক্ষমা কৰা, তুমি আমাৰ সকলো দোষ মৰিষণ কৰা। হে দয়াৰ আধাৰ ভগবান! তুমি আমাক শান্তি দিয়া, সান্ত্বনা দিয়া।

চিত্ৰামণি ঘৰতে আঁঠু কাঢ়ি ৰহে। তাইৰ শৰীৰত অসম্ভৱ বেদনা, দুৰন্ত ব্যথা। তাই বহি শুই কোনো অৱস্থাতে গাটো ভাল নাপায়। তাইৰ ভায়েকটোৱে কি যে খাইছে তাই ঠিক কৰ নোৱাৰে। ঘৰত যি পাইছে তাকে খাই সি গধূলিৰ লগে লগে শুই পৰিছে। চিত্ৰামণি একো খাব পৰা নাই। কুৰ্ণোৰ কবৰৰ পৰা ঘৰলৈ আহি তাই পাবে মানে পানী খাইছে। ইমান পানী খোৱাৰ বাবে তাইৰ বোধহয় গাটো আগতকৈও বেছি বেয়া হৈছে। দুই তিনিবাৰ তাইৰ বমি কৰিবৰ মন যায়। কিন্তু বমি নহয়। তাইৰ ইমান ক্লান্তি আছে যে তাইৰ খাবৰো মন নাযায়, শুবৰো মন নাযায়। দেহৰ ক্লান্তি আৰু মনৰ গভীৰ ব্যথাই তাইক সম্পূৰ্ণ দুৰ্ব্বল কৰি তোলে।

তাইৰ দুখ অপাৰ, সীমাহীন। তাইৰ দুখ, অনুভূতিৰ বাহিৰত। তাইৰ দুখে তাইক সম্পূৰ্ণৰূপে গ্ৰাস কৰিছে। সেইবাবে তাইৰ দুখ প্ৰকাশ হোৱাৰ বাট নাপায়। তাই কেৱল কঁপি কঁপি উঠে। কঁপি কঁপি, শিয়ৰি শিয়ৰি, তাই বাগৰি পৰে। তাইৰ ওচৰৰ চাকিগছো কঁপি থাকে।

গির্জাত যেতিয়া ঘণ্টা বাজিল তেতিয়া উঠি বহিল। উঠি তাই আঁঠুকাঢ়ি বহিল। ঘৰৰ ভিতৰতে আঁঠুকাঢ়ি বহি তাই ওপৰলৈ চালে। ওপৰৰ আকাশ তাই দেখা নাপালে। আঁঠুলৈ তাই ভগবানক ভাবে। তাই কোনো প্ৰাৰ্থনা নকৰে, কোনো প্ৰাৰ্থনা তাইৰ মনলৈ নাহে। তাইৰ মনৰ অনুভূতি আটাইবিলাক বন্ধ। ওপৰলৈ চাই তাই একো দেখা নাপায়। বাহিৰৰ এন্ধাৰবোৰ ঘৰৰ ভিতৰলৈ নাহে, বাহিৰৰ বতাহবোৰ বোধহয় বাহিৰতে বন্ধ হৈ গৈছে। তাইৰ চকুৰ আগত থাকে কেৱল এটা কান্নাহীন বাক-শূন্য হাহাকাৰ। তাই চকুমুদি তন্ময় কৰে। আৰু তাইৰ চকুলৈ নামি আহে অবিশ্ৰান্ত চকুলো। চকুলোবোৰ তাইৰ গালেদি নামি আহি ডিঙিৰে তললৈ বৈ যায়। কেইটোপালমান চকুলো মাটিত পৰে; চকুলোৰে মাটিখিনি তিতি যায়। কিন্তু তাই নাকান্দে।

পাছদিনাখন বাতিপুৱা কাকৰকান্দি যাত্ৰা কৰিলে। কাকৰ-কান্দিৰ আটাইবোৰ মানুহ মূৰত টোপোলা লৈ কাকৰকান্দি পৰিত্যাগ কৰিলে। লানি নিছিগাকৈ শাৰী শাৰী মানুহ আলিয়েদি আগ-বাঢ়িবলৈ ধৰিলে। ঘৰৰ বয়বস্তু, পথাৰৰ খেতি তেনেকৈয়ে পৰি থাকিল। প্ৰতি ঘৰৰে ডেকাবুঢ়া, ল'ৰাছোৱালী আটাইবোৰ মানুহে ঘৰ এৰি গুচি আহিল। জাকে জাকে মানুহবোৰে গাঁওৰ পঢ়াশালি এৰিলে, হাস্পাতাল এৰিলে, নাঙল এৰিলে। তেওঁলোকে সকলোৱে পাছলৈ ঘূৰি ঘূৰি চালে। তেওঁলোকৰ ধুনীয়া গাঁও, ধুনীয়া পঢ়াশালী, ধুনীয়া খেতি পথাৰ।—সকলোবিলাকলৈ শেষবাৰলৈ চাই তেওঁলোকে আগুৱাবলৈ ধৰিলে। আলিৰ কাষতে তেওঁলোকৰ গির্জা। গির্জাৰ ওচৰতে তেওঁলোকে অকণমান থমকি ৰয়, আৰু তাৰ পাছত গির্জা পেলাই থৈ তেওঁলোকে গুচি যায়।

সিদিনাখনেই যাবলৈ ওলাল—বাথালগঞ্জ, লক্ষীগঞ্জ আদি ওচৰৰ আটাইবোৰ গাঁও। এটা বিপুল মানৱতাই গৃহচ্যুত হৈ দূৰদেশলৈ যাত্ৰা কৰিলে। প্ৰতিখন গাঁৱৰ অৱস্থা একে হ'ল। প্ৰতিখন গাঁও জনশূন্য

হ'ল। কিমান আশা আকাঙ্ক্ষাৰ তেওঁলোকৰ ঘৰবাৰী সা-সম্পত্তি সকলোকে পেলাই থৈ তেওঁলোকে কোনোবা অজান দূৰ দেশলৈ যাত্ৰা কৰিলে। তেওঁলোকে সেই অজান ঠাইত ক'ত থাকিব ক'ত খাব সেই বিষয়ে আৰু কোনেও চিন্তা নকৰিলে।

চিত্ৰামণিও ওলাল। কিয় যে তাই যাবলৈ ওলাল, তাই নিজেই ঠিক ধৰিব নোৱাৰিলে। কিন্তু বাতিপুৱালতেই হাজাৰ হাজাৰ মানুহৰ লগত তাইও যাবলৈ স্থিৰ কৰিলে। অথচ তাইৰ মনত ভয় শঙ্কা একো নাই। ইয়াত থকা যি কথা দূৰলৈ যোৱাও তাইৰ পক্ষে সেই একে কথা। কিন্তু তাইৰ বোধহয় মনটোৱে অজ্ঞাতে অন্য এজনৰ কথা ভাবিছিল। তাইৰ নিজৰ জীৱনৰ বাবে নহয়। তাইৰ পেটত থকা কুৰ্ণৌৰ সন্তানটোৰ বাবে। সেই সন্তানটোক তাই ক'ত ৰাখিব।

কুৰ্ণৌই ৰংখাই নৈৰ সপোন দেখিছিল। আকুলভাবে সি আশা কৰিছিল ৰংখাইৰ পাৰৰ এটি সৰু পঁজা। চিত্ৰাৰ মনলৈ বাবে বাবে সেই নামটো আহে। ৰংখাই নৈ। ৰংখাই কিমান দূৰ তাই নাজানে। কোনোবাদিনা গৈ তাই ৰংখাইৰ পাৰ পাব পাবে নে নোৱাৰে তাকো তাই নাজানে। কিন্তু তাইও ৰংখাইৰ সপোন দেখে। কুৰ্ণৌই ৰংখাইৰ পাৰত ঘৰ সাজি থাকিবলৈ বিচাৰিছিল; তাই ভাবে।—মই ৰংখাইৰ পাৰত মৰিম। আৰু যদি ৰংখাই পোৱাৰ আগতে, মই মৰি যাওঁ, তেনে কুৰ্ণৌৰ দৰে ৰংখাইৰ সপোন দেখিয়ে মই মৰিম।

তাই কিছুমান কাপোৰ কানি ঠিক কৰি লয়। তাইৰ বাবে কোনো কাপোৰ আৱশ্যক নাই। কিন্তু তাইৰ দেহৰ ভিতৰত যিজন আছে— তাক লাগিব। খোৱাৰ বাবে তাই চাউলৰ গুৰি কিছুমান লয়। তাইৰ ভায়েকটো আছে লগত।

হাজাৰ হাজাৰ মানুহৰ লগত তাইৰ ভায়েকটোক হাতত ধৰি লৈ, চিত্ৰামণি গির্জাৰ ওচৰদি যায় গৈ। গির্জাৰ ওচৰতে তাই এখন্তেক ৰয়। তাইৰ বাপেকে তাইলৈ চায় আৰু তাইৰ মূৰত হাতখন ৰাখে। ল'ৰাটোৰ ওপৰতো তেওঁৰ হাতখন এবাৰ থয়। তেওঁ এটা কথাও নকয়, কৰবাৈ

চিত্ৰাবো একো নাছিল। খন্তেক পাছতে সিহঁত আগুৱাই যায় আৰু হাজাৰ হাজাৰ মানুহৰ লগত মিহলি হৈ পৰে।

হাজাৰ হাজাৰ মানুহৰ বিৰাট সোঁতটো ধীৰে ধীৰে আগ বাঢ়ে। তেওঁ-লোকৰ মাজত বুঢ়াবুঢ়ী আছে, কণা খোৰা আছে। তেনেই শিশুবোৰো আছে। আটাইবোৰ শিশুকে বোকোচাত কঢ়িয়াই নিব নোৱাৰি: মাকৰ পিঠিত কেঁচুৱা বন্ধা থাকে, আৰু শিশুবোৰে মাকৰ হাতত ধৰি লাহে লাহে খোজ কাঢ়ে। মাজে মাজে বুঢ়ামানুহবোৰ বহি পৰে; কিন্তু তাতোকৈ বেছি বহে শিশু বিলাকে। সিহঁতৰ এখানি এখানি ভৰি বিলাকত সিহঁতে দুখ পায় আৰু বোকোচাত উঠিব খোজে। সিহঁতৰ ভোক লাগে আৰু খাবলৈ বিচাৰে। কিন্তু খোৱাৰ বন্দোবস্ত কোনে ক'ত কেনেকৈ কৰে। গতিকে সিহঁতে ভোকে পিয়াহে আগবাঢ়ি গৈ থাকে। সিহঁতৰ চকুলৈ ক্লান্তি আহে, ভৰিবোৰ জঠৰ হৈ যাব খোজে। তথাপিও সিহঁতে খোজ কাঢ়ে। কিমানদূৰ ক'লৈ যাব লাগিব সিহঁতে একো নাজানে। সিহঁতে সিহঁতৰ মাক, বাপেক, ভায়েক, ভনীয়েকহঁতৰ লগত গৈ থাকে।

তেওঁলোক দুমাইলমান যোৱাৰ পাছতে তেওঁলোকে গির্জাৰ ঘণ্টা শুনিবলৈ পায়। পেষ্টৰ ডেভিদছন আৰু তেওঁৰ গির্জা। তেওঁ গির্জা এৰি নাহিল। গাঁৱৰ মানুহৰ গির্জাৰ ভাৰ তেওঁৰ ওপৰত; গির্জাৰ ৰক্ষণাবেক্ষণৰ দায়িত্ব তেওঁৰ ওপৰত। গতিকে তেওঁ গির্জাটো এৰি আহিব নোৱাৰে। গির্জাৰ ধীৰ ঘণ্টাই মানুহবিলাকৰ মনলৈ বল আনি দিয়ে। দুই এজনে অলপ থমকি ৰয়, দুই এজনে মূৰ দোৱায়। আৰু দুই এজনৰ আপোনা আপুনি চকুলো পৰে। তেওঁলোক যিমানে আগুৱায় যায় তিমানে ঘণ্টাৰ শব্দ মৃদু হয়, আৰু এসময়ত শব্দটো বন্ধ হৈ যায়।

ভিৰোতা মানুহবিলাকৰ কিছুমান মাজে মাজে বহে। বিশেষকৈ যিবিলাকৰ কোলাত পানীকেঁচুৱা, তেওঁলোক বহি পৰে। ডাঙৰ কেঁচুৱা বিলাকক মাকসকলে খোজ কাঢ়ি গৈ থাকোঁতে পিয়াহ দিব পাৰে— কিন্তু পানী কেঁচুৱা বিলাকক নোৱাৰে। এই অকণমানি কেঁচুৱাবিলাকে

লখিথকা অৱস্থাত মুখখন ঠিৰকৈ দি চুহি চুহি পিয়াহ খাব নোৱাৰে। সেইবাবে সেই বিলাক মাক খন্তেকৰ বাবে ৰহে। কেঁচুৱাৰ মুখখন পিয়াহত লগাই দি মুখখন ধৰি থাকে; আৰু কেঁচুৱাবোৰে চকুমুদি পিয়াহ খায়। তাৰ পাছত তেওঁলোক উঠে। কেঁচুৱাবিলাকক আকৌ পিঠিৰ ফালে বান্ধিলৈ তেওঁলোকে খোজ কাঢ়িবলৈ ধৰে।

তেওঁলোকৰ বিপদ আহি পৰিল আবেলি পৰত। হঠাৎ ভয়ানক শব্দ হ'ল, আৰু মানুহৰ চিঞৰ বাথৰত কাণ তালমাৰি ধৰিলে। এই জনস্রোতটোৰ পাছৰপিনে আছিল চিত্ৰামণি। তাই ঠিক ধৰিব নোৱাৰিলে ক'ত কি হ'ল। কিছুমানে কলে, পুলিচ আহিছে, ঘোঁৰাত উঠি আহিছে অসংখ্য পুলিচ। পুলিচ সকলে মানুহবিলাকক ওভোটাই পঠাবলৈ যত্ন কৰিলে। কিন্তু কোনে কাৰ কথা শুনে। গতিকে পুলিচে গুলী মাৰিছে। আন কিছুমানে কলে যে পুলিচ নহয়—ডকাইতৰ দল। ডকাইতৰ দলটোৱে বন্দুকবাৰুদ লৈ ঘোঁৰাত উঠি আহিছে। এইবিলাক মানুহৰ লগত ধনসোণ বিস্তৰ আছে সেই বিশ্বাসতে ডকাইতৰ দলে আহি তেওঁলোকক আক্ৰমণ কৰিছে। চিত্ৰাই ধৰিব নোৱাৰিলে কোনটো সঁচা। কিন্তু মানুহবোৰ চেদেলি ভেদেলি হৈ গ'ল। কোন কেনি পলাল তাৰ ঠিক নাইকিয়া হ'ল। চিত্ৰাৰ ওচৰেদি দৌৰি যোৱা মানুহবিলাকে আতঙ্কত কি যে কৈ গ'ল তাই ধৰিব নোৱাৰিলে। তাহাঁতৰ ভিতৰৰ কিছুমানে কৈ গ'ল যে বন্দুকৰ গুলীত আগৰ শাৰীৰ বিলাকৰ পাঁচ ছয় শ মানুহ মৰিছে। আন কিছুমানে কৈ গ'ল, বন্দুকৰ গুলী খাই বেছি মানুহ মৰা নাই মৰিছে ঘোঁৰাৰ গচকত। সিহঁতে কৈ গ'ল ঘোঁৰাবোৰ এই ফাললৈ আহিবলৈ ধৰিছে। গতিকে এতিয়াই ইয়াত পাছৰপিনে থকা মানুহবোৰক ঘোঁৰাই গচকি মাৰি পেলাব।

চিত্ৰামণি ভাবিবৰ অৱসৰ নাপালে। একমুহূৰ্ত্তৰ ভিতৰতে তাই তায়েকটোক বোকোচাত তুলি ললে, আৰু কাপোৰ এখনেৰে মেৰাই আৰু বান্ধি ললে। অকণমান পলম কৰা হলেও বোধহয় তাই আৰু তাক

নাগালেহেঁতেন। ঢৌৰ পাছত ঢৌ মানুহ পাছলৈ ছুহকি বাগৰি আহিল ; আগে পাছে, সোঁহাতে বাঁওহাতে কেৱল মানুহ। আলিৰ পৰা মানুহবোৰ বাগৰি বাগৰি পথাৰ পালেহি। কিছুমান মানুহ হেচাত থাকিব নোৱাৰি বাগৰি পৰি গ'ল। পৰিযোৱা মানুহবিলাকৰ গাৰ ওপৰেদি কিমান মানুহ যে পাৰ হৈ গ'ল তাৰ ঠিকনা নাই। কিছুমানে ল'ৰাছোৱালী হেৰুৱালে। কাৰ ল'ৰা ক'লৈ গ'ল তাৰ হিচাপ নাই-কিয়া হ'ল। মানুহৰ চিঞৰ বাঢ়িল। পৰি থকা অৱস্থাত যিবিলাকৰ ওপৰেদি, আন মানুহবোৰ সিহঁতক গচকি পাৰ হৈ গ'ল সিহঁতেও চিঞৰিলে। আটাইতকৈ আৰ্ত্তনাদ কৰিলে মাৰ সকলে। তেওঁ-লোকে হাতত ধৰি অনা সৰু ল'ৰাছোৱালীবোৰ ক'ত যে চিটিকি পৰিল তেওঁলোকে গম নাপালে। তেওঁলোকে হাহাকাৰ কৰি কান্দিবলৈ ধৰিলে।

চিত্ৰামণি ইমান মানুহৰ হেচাত কেনেকৈ যে ঠিয় হৈ থাকিল তাই নাজানে। তাইৰ ধাৰণা হ'ল তাই নিজে ঠিয় হৈ থকা নাই, নিজে খোজা কঢ়া নাই। মানুহৰ ভিৰৰ মাজত ঢৌত ওপঙি অহা আবৰৰ দৰে, তাই কেৱল উটি গৈছে। তাই এবাৰ পৰিলেই তাই মৰিব, এই কথা তাই জানে। সেইবাবে তাই কেৱল সুবিধা বিচাৰিবলৈ ধৰিলে। মানুহৰ এই বিৰাট স্ৰোতটোৰ পৰা আঁতৰি যাব নোৱাৰিলে তাই মানুহৰ গচকতে মৰি থাকিব। যিকালে মানুহ অলপ পাতল, তাই সেইকালে যোৱাৰ চেষ্টা কৰিবলৈ ধৰিলে। অৱশেষত তাই মুকলি ঠাই অকণমান পালে। সেইখিনিতে তাই উশাহ লবৰবাবে একমুহূৰ্ত জিৰাই লবৰ মন কৰিলে। কিন্তু পাছফালে মুখ ঘূৰাওঁতেই তাই দেখিলে আকৌ শ শ মানুহ সিপিনেই লৰ ধৰিছে। তাই চাৰিওফালে চালে। বাঁওহাতে অগণন মানুহ, আগলৈও যাব নোৱাৰি পাছলৈও যাব নোৱাৰি। গতিকে তাই সোঁহাতে লৰ দিলে। গাৰ যিমান শক্তি আছে সিমান শক্তিৰে তাই ভাৱেকটোক বোকোচাত লৈ সোঁফাললৈ দৌৰিলে। কিমানদূৰ তাই দৌৰিছিল তাই কব

নোৱাৰে। তাই ওখ খেৰৰ দ'ম এটাৰ দৰে কিবা এটা দেখিছিল চকু দুটা তাইৰ এনেকুৱা লাগিছিল যেন তাই আৰু একো দেখা পোৱা নাই। দ'মটোৰ সিটো ফাল পাইছিল মাত্ৰ, তাই সম্পূৰ্ণ অন্ধকাৰ দেখিলে। তাই তাতেই পৰি গ'ল আৰু মূৰ্চ্ছা গ'ল।

মূৰ্চ্ছা ভগাৰ পাছত চিত্ৰামণি চকুমেলি চায়। তেতিয়া ৰাতি হৈছে। তাই কাণ পাতি শুনে। ক'তো আৰু কোঢ়াল নাই। চাৰিওফালে নিজম হৈ গৈছে। তাই উঠি বহে আৰু মাতে, আংজেং।

ক'তো একো সাৰ সুৰ নাই। তাইৰ বুকুখন টিপ্‌টিপাবলৈ ধৰে। তাইৰ পৰি যোৱা সময়লৈকে সি তাইৰ বোকোচাতে আছিল, তাইৰ মনত পৰে। এতিয়া সি ক'লৈ যাব। কিমান ৰাতি হৈছে তাই ধৰিব নোৱাৰে। তাইৰ পিঠিৰ বান্ধটো খোলা। কাপোৰখন তাইৰ ওচৰতে পৰি আছে। তাই আকৌ জুমি জুমি চায়। চাউলৰ গুৰিৰ টোপোলাটোও তাইৰ ওচৰতে আছে। কিন্তু তাই গম পায় যে টোপোলাটো কোনোবাই খুলিছিল। তাই আকৌ এবাৰ মাতে, এইবাৰ অলপমান ডাঙৰকৈ মাতে—আংজেং।

তাইৰ আংজেঙৰ পৰা তাই কোনো উত্তৰ নাপায়। কিন্তু অলপদূৰতে ছাগলী এজনীয়ে মাতে—বেঁ-এ, বেঁ-এ।

চিত্ৰামণি উঠি যায়। তাই দেখি অবাক হৈ যায় যে তাই থকা ঠাইৰ পৰা অলপ দূৰতে এজনী বগা ছাগলী শুই আছে। আৰু তাইৰ ভায়েকটো ছাগলীজনীৰ গাতে লাগি খেৰৰ ওপৰত শুই আছে। তাই প্ৰথমতে ভাবে যে তাই তাক জগাইদি খাবলৈ কিবা দিব। সি যে খাইছে তাই গম পায়, কাৰণ টোপোলাটো তাৰ বাহিৰে কোনে খুলিব। তাই আৰু তাক নামাতে। তাইৰ নিজৰ পিয়াহ লাগে। কিন্তু পানী ক'ত পোৱা যায়।

এন্ধাৰ ৰাতি তাই চাৰিওফালে চায়। তাইৰ লগত এটা সৰু মগ আছে কিন্তু ওচৰত পানী আছে নে নাই তাই নাজানে। হঠাৎ তাইৰ মনত এটা বুদ্ধি খেলায়। তাই ছাগলীজনীৰ ওচৰলৈ আহি ছাগলীজনীৰ

ওহাৰ খন চায়। তাই বুজি পায় ওহাৰত গাখীৰ আছে। ছাগলীজনী তাই খিবাই নিজে অলপ গাখীৰ খায় আৰু বাকীখিনি ভায়েকটোলৈ থৈ দিয়ে। অকণমান পাছতে সি সাৰ পাব নিশ্চয়, তেতিয়া তাক খাবলৈ দিব।

তাই ক'ত আছে ক'ব নোৱাৰে! অহাৰ সময়ত তাই জানিছিল পোনবাটেৰে যাব পাৰিলে পোন্ধৰ মাইল দূৰত ছিমছাং নদী। ছিমছাং পালে সিহঁতৰ ৰক্ষা। ছিমছাং পাৰ হৈ যাব পাৰিলে আৰু কোনো ভয়েই নাই। কিন্তু এই পোন্ধৰ মাইল বাটৰ প্ৰথম সাত আঠ মাইল ঘোৰাৰ পাছতে হাবি। হাবিত বাঘো থাকে হাতীও থাকে। আৰু কেতিয়াবা ভালুকো ওলাব পাৰে।

এন্ধাৰত চকুমেলি চাই থাকোঁতে চিত্ৰামণি এন্ধাৰত দেখা পোৱা হয়। তাই চকু থিৰ কৰি যিমানদূৰ দেখা পোৱা যায় চাবৰ চেষ্টা কৰে। তাইৰ সন্মুখৰ ফালে দূৰত পাহাৰবোৰ। পাহাৰ যে হয় তাইৰ কোনো সন্দেহ নাথাকে। ৰাতি হলেও পাহাৰৰ আকৃতি ভালকৈ গম পায়। কিমান দূৰত সেইবোৰ পাহাৰ দিনত হলে অনুমান কৰিব পাৰি হয়তো, কিন্তু ৰাতি একো ধৰিব নোৱাৰি। তাইৰ ওচৰত একো দেখা নাযায়। তাইৰ ধাৰণা হয় যে এইখিনি ঠাইত বসতি পাতল, গাঁও নিচেই কম। নহলে তাই গাঁৱৰ জুই দেখিলেহেঁতেন। তাই মনতে ভাবে যে বোধহয় হাবিলৈ তাৰপৰা বেছি দূৰ নহয়। ওচৰতে হাবি বাবে মানুহৰ বসতি কম। তাই একোবাৰ শিয়ৰি উঠে, হাবিখনৰ কথা ভাবি। সেইদিনা ৰাতিটোৰ বাবে তাইৰ ভয় নালাগে। তাই যেন খেৰৰ দ'মটোৰ মাজত অতি আৰামেৰে শঙ্কাবিহান হৈ আছে। সেই ৰাতিৰ বাবে যেন তাইৰ বিপদ নাই।

তাই আকাশলৈ চায়। আকাশৰ তৰাবোৰ তাই চিনি নাপায়। আকাশৰ তৰা চাই তাই ৰাতিৰ উমান নাপায়। কিন্তু তৰাবোৰলৈ চাই তাই সাহস পায়, তাই সঙ্গ পায়। তাই আৰু সম্পূৰ্ণ অকলশৰীয়া নহয়। ওপৰত তৰাবোৰ আছে, কাষত ছাগলীজনী আছে আৰু তাইৰ

ভায়েকটো আছে। কাইলৈ তাইৰ লগত কোন থাকিব তাই নাজানে।

বাকীবিলাক মানুহ যে ক'লৈ গ'ল তাই ভাবি নাপায়। হাজাৰ হাজাৰ মানুহৰ মাজৰ পৰা দৈবক্রমে তাই বাহিৰ হৈ গ'ল। বাহিৰ হৈ অকলশৰীয়া হোৱা মানেই তাইৰ বিপদ। অৱশেষত সেয়ে তাইৰ ভাগ্যত ঘটিল। এজন নহয়, দুজন নহয়, এশ নহয়, দুশ নহয়, হাজাৰ হাজাৰ মানুহ। এই আটাইবোৰ মানুহ এফালে গ'ল আৰু তাই অকলে অন্য ফালে আহিল। হয়তো তাইৰদৰে চিটিকি পৰা মানুহ আৰু আছে। কেনেকৈ তাই জানিব!

তাই ভায়েকটোক মাতি গাখীৰ খিনি খুৱায়। ছাগলীজনী তেতিয়াও তাতেই শুই আছিল। সিহঁত দুয়ো ভাই ভনী ছাগলীজনীৰ ওচৰতে শুই থকাৰ ব্যৱস্থা কৰে। খেৰ বিলাক তলত ভালকৈ পাৰি দি গাৰ ওপৰত কাপোৰ এখন দি তাই ভায়েকটোক শুৱাই থয়, আৰু ওচৰতে তাই বহি থাকে। কোনোবা সময়ত তাইৰ নিজৰো টোপনি আহি যায়।

পাছদিনাখন দোকমোকালিতে সাৰ পায় তাইৰ ভায়েকে। এদিনৰ ভিতৰত সি অঘোৰীৰ জীৱনৰ নিয়ম বোৰ আয়ত্ত কৰে। দোকমোকালিতে উঠি ৰাতিপুৱাৰ কামবোৰ কৰিব লাগে, তাৰ পাছত কিবা অলপ খাব লাগে, তাৰ পাছত যাত্রা আৰম্ভ কৰিব লাগে। সি উঠিয়ে বায়েকক নামাতে। তাই লাল কাল দি শুই আছিল। তাইক দেখি তাৰ পুতৌ লাগে। সি নিজৰ গাৰ ওপৰত থকা কাপোৰখন বায়েকৰ গাত দি উঠি ইফালে সিফালে চায়। পানী অকণমান আনিব লাগিব ক'ৰবাৰ পৰা। পানী বিচাৰি সি বেছি দূৰ যাব নালাগে। সিহঁতে যিখিনি ঠাইতে শুই আছিল তাৰ অলপ নিলগত এডোখৰ দীঘল পিটনি। তাতে নিজে সি হাতমুখ ধুই, মগটোত এমগ পানী তাৰ বায়েকৰ বাবে সি লৈ আহে। পানী আনি সি চিত্রামণিক মাতে।

চিত্রাই পৰিস্থিতিটো চাই লয়। বাটপথ তাই নাজানে। হাবিৰ

মাজত এবাৰ সোমালে দিনৰ পাছত দিন হয়তো সিহঁতে হাবিৰ মাজতে ঘূৰি থাকিব, ওলাবৰ পথ নাপাব। সুধিবলৈ সুৰুবত মানুহ পোৱা টান। আৰু মানুহ পালেও সিহঁতে মানুহৰ ওচৰ চপা টান। ক'ত কেনেকুৱা মানুহে আছে, তাই কেনেকৈ বুজিব। মানুহক সুধিলে সহায়তকৈ বিপদহে বেছি হব পাৰে। তাই নিজে এবাৰ পিটনিখনৰ ওচৰলৈ গৈ'ল। তাই দেখিলে মানুহক আৰু সুধিব নালাগে, পথ সিহঁতৰ বাবে মাত্র একেটা।

সিহঁত উত্তৰফালে ছিম্‌ছাঙলৈ যাব লাগে। তাতকৈ দক্ষিণলৈ আকৌ সিহঁতৰ ঘৰৰ ফালে যোৱাৰ প্ৰশ্ন নুঠে। পূবলৈ যাব নোৱাৰি। কাৰণ পিটনিখন ক্ৰমে গোটেই পূবফাল ঢাকি দক্ষিণলৈ গৈছে। পিটনি খনৰ পশ্চিম পাৰেদি সিহঁতে উত্তৰলৈ আগবাঢ়ি যাব। সেয়ে সিহঁতৰ পথ। উত্তৰফালে নিলগত পাহাৰবোৰ দেখা যায়—ৰাতি তাই দেখা পাহাৰবোৰ। পাহাৰবোৰ নীলা নেদেখি, সেউজীয়া দেখি। তাৰ মানে তালৈ বেছি দূৰ নহব। বোধহয় সাত মাইল, হয়তো ছয় মাইল। সেই পাহাৰৰ মাজেদি বৈ আহিছে ছিম্‌ছাং। দুফালে ওখ পাহাৰ, আৰু দুয়ো পাহাৰ ভেদ কৰি বৈ গৈছে ছিম্‌ছাং। সিহঁত তালৈ যাব। ছিমছাঙৰ গভীৰ নীলাপানীত সিহঁতে পিয়াহ পলুৱাব।

হাবিবোৰ, ধৰিবলৈ গলে, আৰম্ভ হৈছেই। ঘন জোপোহাবোৰ, ওখ গছবোৰ, আৰু গছত মেৰিয়াই থকা অসংখ্য লতাবোৰ। ভিতৰলৈ সোমালে গছবোৰ বোধহয় বেছি ঘন হব, গছৰ গাত মেৰিয়াই থকা লতাবোৰ বেছি ডাঙৰ হব, বেছি গহীন হব, তাই কব নোৱাৰে। তাই কেতিয়াও জংগললৈ যোৱা নাই। তাত সোমালে তাই বাৰু কি কৰিব! কোনোবা এজন মানুহে, লগত থকা হলেও মনটোত তাই সাহ পালেহেঁতেন। তাইৰ অকণমান ভায়েকটোৱে তাইক কোনো সহায় কৰিব নোৱাৰে। বৰঞ্চ তাৰ বাবে তাইৰ চিন্তা বাঢ়ে।

অলপ দূৰ গৈয়ে সিহঁতে দেখিলে সিহঁতৰ দৰে আৰু দুটা প্ৰাণী।

তাইৰ ভায়েকটোৰ দৰেই এটা অকণমান ল'ৰা আৰু ছোৱালী এজনী। ল'ৰাটোৰ বয়স বোধহয় ছবছৰ মান হ'ব, আৰু ছোৱালীজনীৰ বয়স তেৰ কি চৈধ্য। ছোৱালীজনীয়ে কাপোৰ এখন পিটনিত তিয়াই আনি কাপোৰৰ পানীখিনি চেপি চেপি ল'ৰাটোৰ মুখত দি আছে। সিহঁত দুয়ো আহি ওচৰতে বয়। চিত্ৰামণি ছোৱালীজনীক সোধে ল'ৰাটোৰ কি হৈছে। চিত্ৰাই দেখে ছোৱালীজনীৰ গালমুখ বহি গৈছে। কান্দোতে কান্দোতে তাইৰ চকুবোৰ ফুলি গৈছে। তাই মুখখন তুলি চিত্ৰামণিৰ ফালে চাই কলে,—

কালি ৰাতিপুৱাই আমি ঘৰ এৰি আহিলোঁ। আপুনিও বোধহয় কালি আহিছে নহয় জানো? সেইখিনিতে মানুহবোৰৰ যে কি হ'ল কব নোৱাৰো। পালে পালে মানুহবোৰ যেনিতেনি পলাবলৈ আৰম্ভ কৰিলে। মাহঁত ক'লৈ গ'ল মই কব নোৱাৰোঁ। মানুহৰ ঠেলাত মই কোনফালে ক'লৈ আহিবলৈ ধৰিলোঁ কব নোৱাৰিলোঁ। এবাৰ মোৰ অনুমান হৈছিল মই যেন মাক পৰিযোৱা দেখিছিলোঁ। যদি সেয়া সঁচাকৈ মোৰ মা হয় তেনে তেওঁ আৰু বাচি থকা নাই, তেওঁ নিশ্চয় মৰিছে। মানুহৰ গচকতে তেওঁ নিশ্চয় মৰিছে। এবাৰ আমি দুয়ো পৰি গলোঁ। মই ইয়াক বুকুত বান্ধি কোনোমতে আকৌ ঠিয় দিলোঁ কিন্তু আকৌ মানুহৰ ঠেলাত ই পৰি গ'ল। মই কিমান চিঞৰিলোঁ, কিন্তু কোনে কাৰ কথা শুনে। কিছু সময় যুঁজ বাগৰ কৰি মই ইয়াক উলিয়াই আনিলোঁ। কিন্তু তাৰ বুকুৰ ওপৰত খোজ দি মানুহবিলাক পাৰ হৈ গ'ল। মই তাক উলিয়াই আনি যিমান পাৰি দৌৰিলোঁ। ক'তো মানুহ এটা আৰু দেখিবলৈ নাই। তাক লৈ মই ক'লৈ যাম। এইখিনিতে ওচৰতে পানী আছিল, ইয়াতে পৰি ৰলোঁ।

চিত্ৰামণি ল'ৰাটোৰ ওচৰত বহে। তাৰ মুখখন ভীষণ ৰঙা হৈ উঠিছে। গাটো জুই যেন গৰম। ভৰি দুখন শেতা। গাটো ইমান গৰম কিন্তু ভৰি দুখন ইমান চেঁচা কিয় তাই বুজি নাপায়। তাই ল'ৰাটোৰ চকু দুটা মেলি চায়। দুয়োটা চকু তেনেই ৰঙা। হাতেৰে

চকুহুটা মেলি দিলে মেলখাই থাকে। হাত এৰি দিলেই আকৌ দুয়োটা চকু ততালিকে মুদ খাই যায়। তাৰ উশাহবোৰ অতি ঘন। ঘনঘনকৈ উশাহ লৈ মাজতে একোবাৰ উশাহ লৰলৈ এৰি দিয়ে। চিত্ৰাই ভয় পাই যায়। তাৰ পাছতে আকৌ উশাহ লয়। ঘনকৈ উশাহ লোৱাৰ মাজতে সি কি দাতনাত কাতৰে, গোঙনিৰ দৰে এটা শব্দ হয়। গাত তাৰ ক'লা এটা গেঞ্জি। চিত্ৰামণিয়ে লাহে লাহে তাৰ বুকুৰ পৰা গেঞ্জিটো অলপ আঁতৰ কৰি দিয়ে। তাৰ কোমল বুকুতে যেন কিছুমান ছাপ লাগি আছে। ধূলিবালিবোৰ তাৰ বায়েকে আগতে মচি দিছে। এতিয়া একো মলি তাৰ বুকুত নাই। কেৱল তাৰ বুকুখন বঙা পৰি আছে। ক'তো অকণো ছাল কাটি যোৱা নাই, ক'তো তেজো ওলোৱা নাই। কেৱল কিছুমান বঙা দাগ।

ইতিমধ্যে চিত্ৰাৰ ভায়েকে মগটোত অলপ পানী লৈ আহে। চিত্ৰাই অকণ অকণ পানী তাৰ মুখত দিয়ে। প্ৰথমতে এটোপ কি দুটোপ পানী তাৰ ডিঙিয়েদি ভিতৰলৈ যায়। তাৰ পাছত দিয়া পানী মুখতে থাকে, ভিতৰলৈ নাযায়। লাহে লাহে তাৰ মুখত দিয়া পানীখিনি মুখেদি আকৌ বাহিৰ হৈ আহে। চিত্ৰামণিৰ ধাৰণা হয় ল'ৰাটো নাবাচে। অন্ততঃ এই অৱস্থাত বাচি উঠাৰ কোনো সম্ভাৱনা নাই। ক'ৰবাত ডাক্তৰ পোৱা হলে, বা হাস্পাতাল পোৱা হলে, হয়তো কিবা উপায় হ'ল হেঁতেন। কিন্তু পিটনিৰ পানীয়ে তাক ভাল কৰিব নোৱাৰে।

চিত্ৰামণি এটা নতুন বিপদৰ সম্মুখীন হয়। তাই কয়,—

পাছলৈ ছয় সাত মাইল গলে হাস্পাতাল পাবা। আগলৈ ছয় সাত মাইল গলে কি পোৱা যায় মই একো নাজানো। আৰু আগৰ এই ছয় সাত মাইল যোৱাটো দুষ্কৰ। শুনিছোঁ তেনেই হাবি। তুমি কি কৰিবা? ল'ৰাটোক কিন্তু হাস্পাতাললৈ লৈ যোৱা নিতান্ত প্ৰয়োজন।

ছোৱালীজনীয়ে প্ৰথমে একো নামাতে। তাৰ পাছত লাহে-লাহে কয়,—

ইয়াৰ অৱস্থা যে ভাল নহয় মই গম পাইছোঁ। কালি ৰাতি মই অন্ধকাৰত ভালকৈ দেখা নাপালোঁ। ই বমি কৰিছিল। মোৰ ধাৰণা বমিৰ লগত তেজ আছিছিল। বমিৰ লগত তেজ অহা মানে কি? মানে, ইয়াৰ বুকুৰ ভিতৰত কিবা এটা হৈ গৈছে, নহয় জানো? তথাপি যিমান সময় সি জীয়াই আছে তাক মই পেলাই থৈ যাব নোৱাৰো। পাছলৈ গলে অৱশ্যে হাস্পাতাল পাম, যদি এই ছয় মাইল বাট সি জী থাকে। কিন্তু মই ঠিক জানো মই যাব নোৱাৰিম। হাস্পাতাল পোৱাৰ আগতে ইয়াক ক'ৰবাত দলিয়াই দি মোক কোনোবাই লৈ যাব। তাৰ পাছত মোৰ অৱস্থা কি হব, মই ক'লৈ যাব লাগিব, এই কথা সকলোৱে জানে। গতিকে পাছলৈ যোৱাৰ প্ৰশ্ন নুঠে।

ছোৱালীজনী সৰু হলেও কথাবোৰ বুজি পায়, চিত্ৰাই ভাবে অৱশ্যে এই কথাও তাই জানে যে বৰ্ত্তমান সময়ত সিহঁতৰ অঞ্চলত সৰু ল'ৰা ছোৱালী বোৰেও ডাঙৰ মানুহৰ দৰে আটাইবোৰ কথাকে জানে। অৱস্থাই সিহঁতক সকলোকে বুঢ়া কৰি তুলিছে। সিহঁতৰ বিপদ ক'ত এই সংকেত সকলোৱে জানে। জীৱনৰ আন আন এশটা সাধাৰণ কথাৰদৰে এই বিলাক কথাও সিহঁতৰ মাজত একেবাৰে সাধাৰণ হৈ পৰিছে। তাই আকৌ সোধে।—

তাৰ মানে? তাৰ মানে তুমি আগলৈ গৈ থাকিবা? আৰু এমাইলৰ পাছতে ডাঠ হাবি আৰম্ভ হব। হাবিৰ মাজত কি আছে মই নাজানো, বোধয় তুমিও নাজানা। কিন্তু তাত আমাৰ বাবে নিৰাপদ ঠাই নাই এই কথা একেবাৰে খাটাং।' আৰু ইয়াক ওবে বাটে বোকোচাত লৈ তুমি যাব পাৰিবা কিমান দূৰ? মোৰ লগত আছে মোৰ এই ভাইটো। মই তাকো মাজে মাজে বোকোচাত লব লগা হয়। তথাপি সি ভালেখিনি খোজ কাঢ়িব পাৰে।

আপুনি মোক থৈ যাবলৈ কয়?—ছোৱালীজনীয়ে সোধে।

চিত্ৰামণি আৰু পলম নকৰে। আৰু যে বাটত কিমান বিপদ আছে কোনে জানে? ইয়াতকৈ ডাঙৰ বিপদ আৰু হয়তো কত হব।

তাই টোপোলাবপৰা অকণমান গুৰি ছোৱালীজনীক খাবলৈ দিয়ে। গুৰিখিনি খাই তাই পানী খায়। তাৰ পাছত অসুখীয়া ল'ৰাটোক চিত্ৰামণি নিজৰ বোকোচাত বান্ধি লয়? আক কয়,—

মোৰ গা ভালে থকা হলে, ওবেবাট ময়ে ইয়াক লৈ যাব পাৰিলোঁ হেঁতেন। কিন্তু এই অৱস্থাত নোৱাৰিম। এতিয়াই বোধহয় মোৰ গাত অলপ বল আছে। মই প্ৰথমতে এঘণ্টা ইয়াক কঢ়িয়াই নিওঁ। তাৰ পাছত তুমি লবা।

অৰণ্যৰ মাজেদি সিহঁত চাৰিওটি প্ৰাণী গৈ থাকে। বাট বুলিবলৈ একো নাই। হাবিৰ মাজত জন্তুবোৰ যাওঁতে লুৰলুৰীয়া ফাক কৰি যায়। সেই ফাকেই সিহঁতৰ বাট। এটাৰ পাছত এটাকৈ সিহঁত যায়। প্ৰথমে ছোৱালীজনী, তাৰ পাছত চিত্ৰামণিৰ ভায়েক শেষত বোকোচাত বেমাৰী ল'ৰাটো লৈ চিত্ৰামণি। গছৰ ডাল এটা চিত্ৰামণিয়ে লাঠি কৰি লয়। লাঠিত ভৰ দি তাই গৈ থাকে। মাজে মাজে তাইৰ গাটো অসম্ভৱ বেয়া লাগে। তাই অকণমান ঠিয়ৈ ঠিয়ৈ জিৰায়, আকৌ যায়। তাইৰ ভায়েকটোৰ ভাগৰ লাগে; তথাপি সি গৈ থাকে।

লাহে লাহে তলৰ মাটিবোৰ অসমান হৈ আহে। মাজতে ওখ আকৌ চাপৰ, আকৌ ওখ আকৌ চাপৰ। পাহাৰৰ শিপাবোৰ দূৰলৈ বিয়পি পৰিছে। এবাৰ মাজতে সিহঁতৰ ধাৰণা হ'ল সিহঁতে কেৱল ওপৰলৈ উঠি আছে। বোধ হয় কোনোবা এখন পাহাৰত সিহঁতে উঠিব ধৰিছে, সিহঁতৰ তেনেকুৱা ধাৰণা হয়। কিন্তু অলপ পাছতে আকৌ সিহঁতে নামিবলৈ ধৰে। যিমান ওপৰলৈ উঠিছিল তাতকৈ বেছি তললৈ নামিব ধৰিলে। নামি থাকোঁতে চিত্ৰামণি তলৰ ফালে চাই অবাক্ হৈ গ'ল। তলত সুন্দৰ সমান ঠাই। শালগছবোৰ আক নাই, গছত বগোৱা লতাবোৰো নাই। সেই বিলাকৰ পৰিবৰ্ত্তে এখানি এখানি বনৰীয়া ফুল। যিমানে তললৈ আহিল সিমানে চিত্ৰামণি লক্ষ্য কৰিলে যে ওচৰতে নিশ্চয় মানুহৰ বসতি আছে। কাৰণ সমান মাটিবোৰত মাজে মাজে মানুহে খেতি কৰিছে। বৰ্ত্তমান একো খেত

পথাৰত নাই কিন্তু খেত কৰাৰ চিন আছে। অলপ নিলগত্তে বোধ হয় এটা জুবি সকজুবি, দূৰৰ পৰা পানী খিনি দেখা নাবায়।

হঠাৎ ভায়েকৰ হাতখনত ধৰি চিত্ৰামণি স্তব্ধ হৈ ঠিয় দিয়ে। ক'ত যেন কি এটা শব্দ তাই শুনিলে। আগৰ ছোৱালীজনীও থমকি ৰয়। এক মুহূৰ্ত্ত তাই কাণ পাতি শুনে, আৰু কয়,—

সেয়া হাতী। বোধ হয় পানী খাবলৈ আহিছিল হাতীৰ পালটো। সিহঁতে পানী খাই শুৰত পানী লৈ যায়। যাওঁতে শুৰৰ পানীবোৰ চটিয়াই দি যায়। শুৰৰ পানী বাহিৰলৈ মাৰি দিওঁতে তেনেকুৱা শব্দ হৈছে। আমাৰ কোনো ভয় নাই।

ভয় নাই?—চিত্ৰামণি অবাক হৈ সোধে। হাতীৰ পাললৈ তুমি ভয় নকৰা?

হাতীৰ পাললৈ কোনেও ভয় নকৰে। ভয় কৰে মানুহে এটা হাতীলৈ। যেতিয়াই দেখিব বাটত মাত্ৰ এটা হাতী, সি গছৰ ডাল ভাঙিছে, গছৰ আঁবালত লুকাইছে, মানুহ দেখিলে ঠিয় হৈ মানুহৰ ফালে চাইছে, তেতিয়া পলাব। কাৰণ সেই হাতীয়ে পালেই মানুহ মাৰিব।

হঠাৎ চিত্ৰামণিৰ ধাৰণা হয় ছোৱালীজনীৰ বয়স তেৰ চৈধ্য নহয়, বেছি।

জুবিটোৰ পাৰৰ সমান ঠাই এডোখৰত গছৰ ছাঁত চিত্ৰামণিয়ে কাপোৰ এখন পাৰি বেমাৰী ল'ৰাটোক শুৱাই থয়। তাৰ পাছত তাই অলপ আঁতৰত্তে নিজে শোৱে। তাই ইমান বেদনা অনুভৱ কৰে যে তাইৰ চকুৰ পানী ওলায়। তাইৰ বুকেপেটে এনেকৈ বিন্ধি ধৰিছে যে তাই উশাহ লব নোৱাৰে। তাই ইকাটি সিকাটি কৰে, কিন্তু একো লাভ নহয়। ক্ৰমে তাই হাতভৰি—ইফালে সিফালে মাৰিবলৈ ধৰে। তাই আৰু অকণো উশাহ লব নোৱাৰে। এয়ে তাইৰ অন্তিম সময়, তাই ভাবে। তাইৰ কুমৰ শিৰবোৰ ফুলি উঠে, মূৰটো গৰম হয়, গালমুখ ৰঙা পৰে, নাকৰ পাহি দুটা বহল হয়, আৰু তাইৰ জিভাখন বাহিৰলৈ ওলাই অহা যেন লাগে। তাই এবাৰ মাতে, আংজেং।

ছোৱালীজনী আক ভায়েক দুয়ো চকখাই উঠে। ভায়েকটো লৰি গৈ তাইৰ ওচৰ পায়। ছোৱালীজনী ল'ৰাজনৰ ওচৰত বহি তাৰ হাত দুখন পিটিকি আছিল। তাইও উঠি আহে। তাই চিত্ৰামণিৰ ফালে এখন্তেক চাই তাইক সোধে,—

বিষাইছে, নে শালমাৰি ধৰিছে ?

চিত্ৰাই মুখেৰে মাতিব নোৱাৰে। মুখখন ঘূৰাওতে ছোৱালীজনীয়ে দেখে ঘামত চিত্ৰাৰ মুখ তিতি গৈছে। তাই বুজি পায় পায় চিত্ৰাৰ বিষ উঠা নাই। তাই কয়,—

চাওঁ, ভৰি দুখন পোনকৈ মেলি দিয়ক। কিলাকুটিৰ ওপৰত মূৰটো নথব, মূৰটো পোনকৈ মাটিত পেলাই ৰাখক।

তাই নিজে চিত্ৰাৰ ওচৰতে আঁঠুকাঢ়ি বহি চিত্ৰাৰ কোমৰৰ কাপোৰৰ বান্ধটো খুলি দিলে। চিত্ৰাই যেন প্ৰথমবাৰ উশাহ লব পাৰিলে। তাৰ পাছত তাই চিত্ৰাৰ পেটটোত হাতেৰে কিবা এক অভিনব উপায়ে পিহি দিবলৈ ধৰিলে। চিত্ৰাই উশাহ লব পৰা হ'ল, যদিও তাই উঠি বহিব নোৱাৰিলে। তাই অবাক হৈ ছোৱালীজনীৰ ফালে চায়। তাইৰ মনৰ পৰা বিস্ময় নাযায়। ইমান অকণমাণ এজনী ছোৱালী! হয়তো তাইৰ ভুল হৈছে, ছোৱালীজনী বয়সত ডাঙৰ। বা, এনেকুৱাও হব পাৰে যে তাই কম বয়সৰ পৰা নানা কথা জনাৰ বাবে বাধ্য হৈছে।

ছোৱালীজনী চিত্ৰাক তেনেকৈ পেলাই থৈ খোৱাৰ যোগাৰ কৰে। তাই নিজে খায়, চিত্ৰাৰ ভায়েককো দিয়ে। তাৰ পাছত চিত্ৰাৰ বাবে অলপ যোগাৰ কৰি থয়, কাৰণ, অলপ দেৰি নহলে চিত্ৰাই খাব নোৱাৰিব। তাৰপাছত তাই ল'ৰাটোৰ ওচৰলৈ যায়। মগৰ পানী আনি তাৰ মুখত দিয়ে। এটোপ পানী সি খায়, আক চকুদুটা ঘূৰাই ঘূৰাই চায়। ভৰি দুখন আগতকৈও চেঁচা, উশাহবোৰ আগতকৈও ঘন। তাৰ পাছত সি আক পানী নাখায়, পানী ভিতৰলৈ নাযায়। অকস্মাৎ ছোৱালীজনীৰ দুইগাল চকুৰ পানীৰে ভৰি পৰে। তাইৰ

চকুৰ পানী ল'ৰাটোৰ গালতে পৰে, কিন্তু সি চকু মেলি নাচায়।

চিত্ৰামণি উঠি বহে। তাই সম্পূৰ্ণ ভালপোৱা নাই। তথাপি উঠি বহে। দিনৰ পোহৰতে যদি সিহঁতে আৰু কিছুদূৰ যাব নোৱাৰে তেনে ইয়াতেই পৰি থাকিব লাগিব। তাই উঠি ল'ৰাটোৰ ওচৰলৈ আহে। ছোৱালীজনী কয়,

আপুনি ইয়াক বোকোচাত লোৱাটো অন্যায় হব, মই জানিছিলোঁ। পাছত ভাবিলোঁ, অকণমান মোক সহায় নকৰিলেও নহয়। সেই বাবে মই আপত্তি নকৰিলোঁ। মই ভাবিছিলোঁ যে প্ৰথমখিনি বাটৰ পাছত আৰু আপোনাক কেতিয়াও তাক লবলৈ নিদিওঁ। যিমানদূৰ নহওক মই অকলে তাক বৈ নিম।

চিত্ৰামণি একো নামাতে। ল'ৰাটোক দেখি তাইৰ মনটো বেয়া হৈ যায়। কেৱল বোকোচাত কঢ়িয়াই লৈ গৈ থাকিলে সি কেনেকৈ ভাল হব? কিবা বনবীয়া লতাৰ ৰস আদি দিব পাৰিলে! তাই শুনিছিল, জঙ্গলত থাকে তেনেকুৱা লতা যাৰ এটোপ খুৱাই দিলে অনেক অসুখ ভাল হয়। তাই কিন্তু একো চিনি নাপায়। চিত্ৰাই অলপমান খাই লোৱাৰ পাছতে ছোৱালীজনীয়ে ল'ৰাটোক বোকোচাত তুলি ললে; আৰু সিহঁতৰ যাত্ৰা আৰম্ভ কৰিলে। এইবাৰ সিহঁত দুয়ো দুডাল লাখুটি ললে। সিহঁতক দেখি চিত্ৰাৰ ভায়েকেও এডাল মাৰি হাতত ললে।

সমান ঠাইখিনি পাৰহৈ আকৌ সিহঁতে ওখচাপৰ ঠাই পাবলৈ আৰম্ভ কৰিলে। ক্ৰমে হাবিখন ভয়ানক গহীন হৈ উঠিল। ইমান পৰে, বাট নাছিল যদিও, গছবিলাকৰ মাজত ইমান ওখ বন নাছিল। এতিয়া সিহঁতে আহি লতাবনে ঘেৰা জঙ্গল পালে। মাজে মাজে লতাবোৰ কাঁইটীয়া, মাজে মাজে লতাবোৰৰ পাতবোৰ একোখন কুলাৰ দৰে ডাঙৰ, পাতৰ ওপৰত মাজে মাজে প্ৰকাণ্ড পোকবোৰ। ভায়েকটোক লৈ চিত্ৰাৰ ভয়ানক অসুবিধা হয়। তাক তাই বোকোচাত তুলি লবও নোৱাৰে, অথচ মাজে মাজে সি লতাবোৰৰ মাজৰ পৰা ওলাবকে নোৱাৰে। কাঁইটীয়া লতাবোৰে তাক আঁচুৰি তেজ উলিয়াই দিয়ে। চিত্ৰামণি

আতঙ্কত মাজে মাজে শিয়ৰি উঠি, আৰু হয়তো কিমান দূৰ যাব লাগিব এই হাবিৰ মাজেদি। আগলৈ হয়তো আৰু ক'ত কি আছে। ছোৱালীজনীৰ কিন্তু ভয় লগা যেন নেদেখি। তাই এবাৰ কয়,—

আমি জুৰিটোৰ পাৰে পাৰে আহি থকা হলে বোধহয় ভাল বাট পালোহেঁতেন। মই লক্ষ্য কৰিছিলোঁ জুৰিটোৰ পাৰেদি মানুহবোৰৰ বাটৰ চিন আছে। কিন্তু ভাবিলোঁ আমি পোনাই গলেই ভাল। আমি ইয়াতকৈ ভাল ঠাই পামেই। নহলে সেই বাটটো ক'লৈ যাব? নিশ্চয় ওপৰলৈ উঠি আহিছে।

চিত্ৰামণিৰ অসম্ভৱ ভাগৰ লাগিছিল। তাইৰ ভেতিয়াও খোচ মাৰি ধৰাটো একেবাৰে যোৱা নাই। তাই একো নামাতে। কাৰণ সিহঁতে সমুলি আগবাঢ়িব পৰা নাই। এনেকুৱা হাবিৰ মাজত ৰাতি হব লাগিলে জন্তুৰ হাতত নমৰিলেও, ভয়তে মৰিব। প্ৰতি খোজতে তাইৰ গাটো জিকাৰ খাই উঠে—। এনেকুৱা অটব্য হাবিৰ কথা তাই কল্পনাও কৰিব পৰা নাছিল।

সেই অটব্য হাবিৰ মাজেদি বহুপৰ সিহঁতে গৈ থাকে। দিনৰ পোহৰ বোধহয় আৰু এঘণ্টাৰ বেছি নাই। চিত্ৰামণিৰ ভয় ক্ৰমাৎ বাঢ়িবলৈ ধৰে; আৰু আগৰ ছোৱালীজনীৰ খোজ ক্ৰমে শিথিল হৈ আহিবলৈ ধৰে। চিত্ৰাৰ ভায়েকটোৰ গোটেই গাতে ইমান তেজ ওলায় যে চিত্ৰাই তাৰ ফালে চাবকে নোৱাৰে। ছোৱালীজনী ল'ৰাটোৰ ভৰত কুঁজা হৈ যায়। তথাপি তাই কোনো আপত্তি নকৰাকৈ গৈ থাকে। দূৰৰ পাহাৰ বোৰ আৰু ওখ। এখনৰ পাছত আৰু এখন ওখ পাহাৰ, ইখনতকৈ সিখন ওখ, তাৰ পাছৰখন আৰু ওখ। ওখ পাহাৰ বোৰে দিগন্ত চুইছেগৈ। হয়তো সেই পাহাৰ বিলাকৰ ওচৰেদিয়ে বৈ গৈছে ছিমছাং নদী। কোনো সময়ত ধাৰণা হয় পাহাৰবোৰ ওচৰতে, আকৌ ধাৰণা হয় বহুত দূৰত। চিত্ৰামণিয়ে নিজৰ মনতে সান্ত্বনা দিয়ে যে এইবাৰ বেভিয়া ওখ ঠাইবোৰ পাৰহৈ তললৈ নামিব লাগিব, ভেতিয়াই সিহঁতে ছিমছাঙৰ পাৰত উপস্থিত হব। লাহে লাহে তাইৰ মনলৈ

এটা অবিশ্বাস আছে যে ছোৱালীজনীৰ কথা ঠিক নহয়। সিহঁতে বোধহয় ভাল ঠাই নাপায়, গোটেইখনেই এনেকুৱা অৰণ্য। তাই দেখাপোৱা জুৰিৰ পাৰৰ বাটটো হয়তো এই পিনে একেবাৰে অহাই নাই।

কিন্তু অলপ পাছতে তাইৰ মনলৈ আশা আহে। তাই দেখে যে মাজে মাজে লতাবোৰ কাটি থোৱা আছে। আঁচুৰি মাটিত পেলাই থোৱা লতা নহয়, কাটি পেলোৱা লতা। কাটি থোৱা লতাবোৰ শুকাই মাটিত পৰি আছে। অলপ পাছতে ছোৱালীজনীয়ে এটা স্বস্তিৰ নিশ্বাস পেলায়। চিত্ৰামণিয়ে বুজি পায় তাই নিশ্চয় মানুহ যোৱা বাট দেখিছে। দৰাচলতে সেয়ে হ'ল। সিহঁতে লুৰলবীয়া বাট এটা আহি পালেহি। চিত্ৰামণিৰ ইচ্ছা হৈছিল যেন তাই অকণমান জিৰাই লব। কিন্তু তাই নাথামে। দিনৰ পোহৰ আৰু বেছি নাথাকে এই কথা তাইৰ মনলৈ আহে। অকস্মাৎ সিহঁতে সিহঁতৰ আগতে অকণমান চাল এখন দেখিবলৈ পালে। ঠাই থিনি ওখ কিন্তু সমান চাৰিডাল গছত মাৰি বান্ধি গছৰ ডালেৰে সজা এখন চাল আৰু তাৰ ওপৰত খেৰ। চিত্ৰামণি ভাবিছিল তাই জিৰোৱাৰ কথা কব। কিন্তু তাই কবলৈ নৌপাওঁতেই ছোৱালীজনীয় কলে, তাতেই সিহঁতে এখন্তেক বব লাগিব।

চালিখনৰ ওচৰতে ছোৱালীজনীয়ে ল'ৰাটোক থলে। বান্ধটো খুলি দিলে, আৰু তাৰ পাছত তাই হুক হুকাই কান্দিবলৈ ধৰিলে। চিত্ৰামণি বহিব খুজিছিল মাথোন, তাইৰ কান্দোন শুনি উঠি আহিল। ল'ৰাটোৰ ওচৰলৈ আহি তাই আঁঠুকাঢ়ি বহিল। ল'ৰাটো আগৰদৰে ধীৰ শান্ত হৈ আছে, কিন্তু সি উশাহ লোৱা নাই।

ছোৱালীজনীয়ে ঢাকুৰি ঢাকুৰি কান্দিবলৈ ধৰিলে। চিত্ৰামণিও কান্দিলে। তাইৰ ভায়েকটোৰে কান্দিলে। চিত্ৰাই সান্ত্বনা দিবলৈ কোনো ভাষা বিচাৰি নাপালে। অথচ তাইৰ চিন্তাৰ পাৰকুল নোহোৱা হ'ল। মৰা ল'ৰাটোক এনেকৈ এৰি যাব নোৱাৰি, অথচ মাটিত পাঁত খান্দিবলৈ সিহঁতৰ লগত একো এটা নাই।

এনেতে দুজন মানুহ আহিল। চেহেৰা দেখিলে কথ সোৱাৰি সিহঁত মানুহ নে ভূত। কাপোৰ কানিবোৰ ফটা-ছিটা, চকুবিলাক ভয় লগা। সিহঁত দুয়ো আহি চিত্ৰাইঁতক ভালকৈ চালে। এবাৰ চাইয়ে সিহঁতে গম পালে কাৰ ক'ত কি হৈছে। চিত্ৰাৰ গাৰ অৱস্থা সিহঁতে এক মুহূৰ্ত্ততে গম পালে ; আৰু গম পালে যে মৰি পৰি থকা ল'ৰাটো ছোৱালীজনীৰে কোনোবা হয়। তাহাঁতক দেখি ছোৱালীজনী কান্দিবলৈ ধৰিলে। চিত্ৰাৰ ভয় লাগিছিল যদিও, এটা চিন্তাও কমে। কাৰণ ল'ৰাটোক কবৰ দিয়াৰ এটা ব্যৱস্থা হব। মানুহদুজনে পৰস্পৰ দুই এবাৰ চায় আৰু চকুৰ ইঙ্গিতেৰে কিবেন আলচ কৰে। এজনে কয়,—

আমাৰ কোৰবোৰ সৌ সেইখিনিতে আছে। আমি ল'ৰাটোক লৈ যাওঁ। ইয়াত গাঁত খনা টান হব। সেই যে গছডাল দেখিছা, সেই গছৰ তললৈ লৈ যাব লাগিব! অকণমান গাঁত এটা খন্তেকতে হৈ যাব।

সিহঁতে ল'ৰাটোক দাঙি লব খোজে। কিন্তু ছোৱালীজনী বাধা দিয়ে। তাই কয় তাই নিজে তাক তালৈ কঢ়িয়াই নিব। চিত্ৰামণি বাধা দিয়ে। তাই কয় যে তালৈ যোৱাৰ কোনো দৰ্কাৰ নাই। কিন্তু ছোৱালীজনীয়ে নুশুনে। তাই কান্দি কান্দি ল'ৰাটোক আকৌ বোকোচাত পেলাই লৈ মানুহ দুজনৰ লগতে যায়। চিত্ৰাই ঠিয় হৈ চায়। কিন্তু অলপ পাছতে সিহঁত আটাই কেইজন নেদেখা হৈ পৰে। তাইও পাছে পাছে যাব খোজে, কিন্তু পাছলৈ মুখ ঘূৰাওতেই ভায়েকৰ তেজেৰে বাঙলি মুখখন দেখে। তাই আৰু নাযায়। বিকণ সময় পোৱা যায়, তাৰ ভিতৰতে তাৰ মুখখন মচি কাচি দি অলপ ভাল কৰি দিব লাগে। সি চালি খনৰ তলতে বহি আছিল। চিত্ৰাই তাৰ গালমুখ পিহি দিবলৈ ধৰিলে। তেতিয়া তাইৰ মনলৈ আহিল ৰাতিৰ কথা। আৰু কিমানদূৰ সিহঁতে যাব পাৰিব ? ছোৱালীজনী ঘূৰি আহে মানে আৰু দিনৰ পোহৰ বেছি সময় নাথাকে। তাই ভায়েকটোক

কোলাত লৈ এডাল গছত আঁউজি ভাগৰ পলাবলৈ চেষ্টা কৰে। চাৰিওফালে শুকান গছৰ ডাল আৰু তাইৰ ওচৰতে কিছুমান ছাই। আনকোনোবা মানুহেও বোধহয় তাত থাকি গৈছে। কিজানি সেই মানুহ দুটাই আছিল ইয়াতে। মানুহ দুটাৰ কথা মনত পৰোতেই তাইৰ যেন কি ভয় লাগে।

চিত্ৰামণি ঠিয় দিয়ে। আৰু তাই পলম কৰিব নোৱাৰে। এতিয়াও তাই সম্পূৰ্ণ এন্ধাৰ হোৱাৰ আগতে, আৰু অন্ততঃ আধাঘণ্টা সময় যাব পাৰিব। এবাৰ এন্ধাৰ হলে এই হাবিৰ মাজত তাই আৰু এখোজো আগ বাঢ়িব নোৱাৰিব। সেই ছোৱালীজনীৰ বাবে ভাবি আৰু লাভ নাই। তাই নিজে নিজৰ পথ বিচাৰি লব। তথাপিও চিত্ৰাৰ বেয়া লাগে। এই বনৰ মাজত ছোৱালীজনীক অকলে এৰি থৈ তাই কেনেকৈ যাব! নিজৰ নিৰাপত্তাৰ কথা ভাবি ইমান নিৰ্মম তাই হব নোৱাৰে। তাই ঠিয়দিয়া মাত্ৰকে তাইৰ ভায়েকটোৱেও ঠিয় দিলে। সিও যাবলৈ সাজু। চিত্ৰা অস্থিৰ হৈ উঠে। সেইখিনি ঠাইতে আৰু অপেক্ষা কৰিবলৈ তাইৰ ভাল নালাগে। তাই দুই এখোজকৈ ছোৱালীজনী যোৱা ঠাইখিনিৰ ফালে যাবলৈ আৰম্ভ কৰে।

অলপ দূৰলৈ গৈ চিত্ৰামণি থামে। তাই ঠিয় হোৱা ঠাইখিনিৰ পৰা মাটিখিনি ক্ৰমান্বয়ে হেলনীয়া হৈ গৈছে। বোধহয় সিহঁতে পাই অহা জুৰিটো এইখিনি ঠাইৰ ওচৰতে। টিলাটোৰ চাৰিও কাষেদি জুৰিটো বৈ গৈছে। হয়তো ছোৱালীজনী কোৱা কথাবাৰেই সঁচা আছিল। জুৰিটোৰ পাৰে পাৰে মানুহ অহাযোৱা কৰা বাট আছে আৰু সেই বাটেদি আহিলে সিহঁতৰ কষ্ট নহ'লহেঁতেন। কিন্তু তাই ছোৱালীজনীৰ কোনো চিন দেখা নাপায়। ওচৰতে থকা গছ কেইদালৰ তলতে মানুহ দুজনৰ কোৰ থৈ অহা বুলি কৈছিল; কিন্তু গছৰ তলত এতিয়া একো সাৰসুৰ নাই। বোধহয় ছোৱালীজনী মানুহদুটাবে সৈতে তললৈ পানীৰ জিয়লিলৈ গৈছে। তাতে মাটি কোমল। বোধহয় তাতে সিহঁতে ল'বাটোক পুতি থৈ আহিব। তথাপি তাইৰ মনটোত

ভয় লাগে। তাই নামি গৈ থাকিলে জুবিটো নিশ্চয় পাব; কিন্তু কিমান নামি যাব লাগিব তাই কোনো ধাৰণা কৰিব নোৱাৰে। আৰু নামি গলেই যে তাই ছোৱালীজনীক পাব তাৰো কোনো নিশ্চয়তা নাই। আন ফালে তাঁহাত দুয়ো শ্ৰান্ত। তাই নিজেও শ্ৰান্ত, তাইৰ ভায়েকটোও। হাবিৰ মাজত ছোৱালী এজনী বিচাৰি উলিয়াবলৈ তাঁহাতৰ বুদ্ধিও নাই, বলো নাই, সাহসো নাই। পশ্চিমৰ ফালে বেলিটো তাইৰ চকুত পৰে। সূৰ্যটো ডাঙৰ হৈ আহিছে, লাহে লাহে ৰঙা হৈ আহিছে।

তাতেই এখন্তেক ঠিয় দি থাকোঁতে তাইৰ কাণলৈ হঠাৎ শব্দ কিছুমান আহে। তাইৰ ধাৰণা হয় যেন শব্দবোৰ ওপৰৰ পৰা আহিছে তলৰ পৰা নহয়। যেন কেবাজনো মানুহে কথা কৈছে অথবা এজন মানুহে কাবোবাক বিগুিয়াই মাতিছে। বোধহয় ছোৱালীজনী উভটি আহিছে, চিত্ৰাই ভাবে। হাবিৰ মাজত নানাফালেদি মানুহ আহিব পাৰে; তাই বোধহয় অইন কোনোবা বাটেৰে আহি পাইছে। চিত্ৰাই বেগাবেগিকৈ আগৰ ঠাইলৈ ওভটে! ঘূৰি আহোঁতে তাঁহাতৰ বেছি পৰ নালাগে। সেইখিনি ঠাই ভুল হোৱাৰো কোনো কথা নহয়। কাৰণ সিহঁত বহুত দূৰলৈ যোৱা নাছিল; আৰু তাত ছালি এখনো আছিল। চিত্ৰাৰ মনৰ উৎকণ্ঠা ক্ৰমে বাঢ়িবলৈ ধৰে। ছালিখন গ'ল ক'লৈ? আৰু দুখোজ মান যোৱাৰ পাছতে চিত্ৰাই ভায়েকটোক টানমাৰি তাইৰ কাষলৈ আনি এডাল গছত আঁউজি ঠিয় হ'ল। তাইৰ নিজৰ চকুৰে বোধহয় কিবা এটা ভুল হ'ল। যিখিনি ঠাইত ছালিখন আছিল, তাত আৰু একো ছালি নাই, কেই ডালমান বাহ মাত্ৰ ওলমি আছে। আৰু সেইখিনি ঠাইতে বহি আছে কিম্ভূত কদাকাৰ কেইটামান অকণ অকণ ল'ৰাছোৱালী। চিত্ৰাৰ মুখটো আচম্ৰাই কৰা যেন পালে। তাই এহাতেৰে ভায়েকটোৰ হাতত ধৰি আনখন হাতেৰে গছডাল সাৱটি ধৰি চকু মুদিলে। হঠাৎ তাইৰ ভায়েকটোৰ খিল্ খিল্ হাঁহি শুনি তাই তৰধ মাৰিলে আৰু চকুমেলি চালে। সি তাৰ হাতখনেৰে

বায়েকক সেই ঠাইখিনি দেখুৱালে য'ত তাই ল'বাছোৱালী দেখা বুলি ভাবিছিল। তাৰ যেন হাঁহিৰ আৰু অন্ত নাই। চিত্ৰাই ভালকৈ চালে। আৰু লাহে লাহে কথাটো বুজি পালে। ভালকৈ চকুৰে মনিব নোৱাৰিলেও কিবিলি শুনাৰ পাছত তাইৰ আৰু সন্দেহ নাথাকিল যে সেয়া কেইটামান বান্দৰ। তাই আগুৱাই যাবলৈ ধৰিলে।

বান্দৰেই সঁচা। বান্দৰ কেইটাই টানি ওপৰৰ ছালিখন পেলাই দিছে। সিহঁত ওচৰলৈ যোৱা মাত্ৰকে বান্দৰ কেইটাই জপিয়াই গছত উঠে। চিত্ৰাই দেখে যে বান্দৰে কেৱল ছালিখন পেলাই দিয়েই ক্ষান্ত হোৱা নাই, সিহঁতৰ কাপোৰ কানি সিচৰাই পেলাইছে। সিহঁতৰ টোপোলাত থকা গুৰিবোৰ বান্দৰ বিলাকে খাই প্ৰায় অন্ত কৰিছে, অলপচৰপহে বাকী আছে। তাৰ বাহিৰেও চিত্ৰাৰ এটা টোপোলা আছিল। তাত আছিল নানা তৰহৰ কাপোৰ,—কিছুমান ফটা কাপোৰ আৰু অকণি অকণি কেইটামান চোলা। কাপোৰবোৰ বান্দৰে চাৰিওফালে সিচৰতি কৰিছে।

চিত্ৰাই প্ৰথমতে গুৰিৰ টোপোলাটো চায়। দুখৰ মাজত তাইৰ হাঁহি উঠে। গুৰিবোৰ খাই বান্দৰ বিলাকে নিজৰ মুখ বগা কৰি পেলাইছে। যিখিনি গুৰি তেতিয়াও টোপোলাত আছিল চিত্ৰাই তাকে যতন কৰি আকৌ বান্ধি থয়। সিচৰাই পেলোৱা কাপোৰ কানি বোৰ আকৌ গোটপিত লগাই থয়। তাৰ পাছত তাই গছলৈ চায়। বান্দৰ কেইটাই জুমি জুমি তাহাঁতলৈ চাই থাকে। ক্ৰমে সিহঁতে ওচৰৰ গছ কেইডাললৈ আহে। মুঠতে বান্দৰ পাঁচোটা। তাৰে এটাৰ পেটত ওলমি আছে এটি পোৱালি। মুহূৰ্ত্তৰ ভিতৰতে যেন সিহঁতৰ পৰস্পৰ পৰিচয় হৈ যায়। সেই বাবে বান্দৰ কেইটাই দূৰৰ গছবিলাকৰ পৰা জপিয়াই আহি ওচৰৰ গছ কেইডালতে বহে।

ক্ষণিকৰ ভিতৰতে এন্ধাৰ হৈ যায়। দিনৰ পাছত এনেকৈ ক্ষিপ্ৰ বেগে এন্ধাৰ হৈ যোৱা চিত্ৰাই আগতে দেখা নাছিল। এইমাত্ৰ য'দ

আছিল—আৰু হঠাৎ এইমাত্ৰ এন্ধাৰ হৈ আহিল। পাহাৰৰ গছ-গছনিৰ মাজত বোধ হয় এনেকুৱাই হয়। বেলিউঠা আৰু বেলি মাৰ যোৱাৰ নিয়মবোৰ পাহাৰৰ বাবে সুকীয়া। অকস্মাৎ তাই যেন সম্পূৰ্ণ অকলশৰীয়া হৈ গ'ল। হাবিৰ মাজৰ নিঃসঙ্গতা ভয়াবহ। এই নিঃসঙ্গতাৰ মাজত নিজৰ বুকুৰ উশাহটোৰ বাহিৰে আৰু কোনো সঙ্গী নাথাকে।

সেই ঠাইৰ পৰা যোৱাৰ উপায় আৰু চিত্ৰাৰ নাথাকে। ৰাতিটো সিহঁতে তাতেই কটাব লাগিব। ভায়েকটোৱেও এই কথা বুজি পাইছে। সি পেলাই দিয়া খেৰবোৰ ওপৰৰ ছালিখনলৈ দুই এডালকৈ দলিয়াই দিয়ে। ৰাতিৰ বাবে হলেও সেয়ে সিহঁতৰ ঘৰ। চিত্ৰাই শুকান ডালবোৰ জমা কৰে। ওৰে ৰাতি সিহঁতে জুই জ্বলাই ৰাখিব লাগিব। এই অটব্য হাবিৰ মাজত ৰাতি ক'ত কি জন্তু ওলাব, কোনে জানে। ৰাতিৰ ভিতৰত সিহঁতৰ কি গতি হব তাকেইবা কোনে জানে। তাই শুকান ডালবোৰৰ দ'ম কৰি জুই লগাই দিয়ে। প্ৰথমতে ধোৱাবোৰ মন্থৰ গতিৰে ওপৰলৈ উঠিবলৈ আৰম্ভ কৰে। তাৰ পাছত দ'ম দ'ম কৰি জুই উঠে। এখোজ দুখোজ কৰি দুই এটা বান্দৰ ওচৰ চাপি আহে। পেটত ওলোমাই লোৱা পোৱালিটোৰে সৈতে মাক বান্দৰজনীও আহে। সিহঁতৰ পৰা মাত্ৰ অলপ দূৰতে তাই বহি বান্দৰজনীও জুই পুৱাবলৈ ধৰে।

চিত্ৰাই টোপোলাৰ শুবিবোৰত পানী মিহলাই খোৱাৰ বন্দোবস্ত কৰে। যিখিনি শুবি বাকী থাকে সেইখিনি আকৌ টোপোলাত ভালকৈ বান্ধি থয়। তাইৰ ভায়েকটোৱে নিজৰ ভাগৰ শুবিৰ পৰা অকণ অকণ বান্দৰ কেইটালৈ দলিয়াই দিয়ে। বান্দৰ কেইটা সিহঁতৰ তেনেই ওচৰ চাপি আহে। চিত্ৰাৰ মনটোৰ গধুৰ ভাবটো আঁতৰি যায়। তাই অকলশৰীয়া, নহয়; সিহঁত মুঠতে তাত সাতটা প্ৰাণী। এটা যেচ ডাঙৰ পৰিয়াল। তাইৰ মাত্ৰ ভয় হয় এইবুলি যে অকণমান পাছতে বোধহয় বান্দৰ কেইটা আঁতৰি যাব। তাইৰ লগত যদি বেছি শুবি থাকিল

হেঁভেন; তাই মাজে মাজে তাকেই সিহঁতৰ ভিতৰত ভগাই দি ওবে ৰাতি সিহঁতক তাতে ৰাখি থলেহেঁভেন। কিন্তু যিখিনি গুৰি আছে তাৰে তাইৰ আৰু তাইৰ ভায়েকটোৰ আৰু চুদিনৰ বেছি নাযায়।

গুৰিখিনি খাই লৈ গছৰ ডাঙৰ মুৰা এটা জুইত দি তাই গছ এডালত আঁউজি ৰহে। তাই ছোৱালীজনীৰ কথা ভাবিবলৈ ধৰে। ছোৱালীজনী নিচেই সৰু নহয় এই কথা তাই পাছত জানিছিল। দেখোঁতে তাই তেনেই সৰু ছোৱালী। মুখখন সৰু ছোৱালীৰ দৰে। তথাপি তাই জানে ছোৱালীজনী তেনেই সৰু নহয়। অথচ তাই তিমান ডাঙৰো নহয়। তাইৰ বয়স বোধহয় যোল কি সোতৰ। বোধহয় তাইৰ বিয়া হৈছিল, বোধ হয় তাইৰ সন্তানো হৈছিল। কিন্তু তাই ঠিক নাজানে। তাইৰ বাৰু কি হব পাৰে! আৰু যে তাই ঘূৰি নাহে এই বিষয়ে তাইৰ সন্দেহ নাথাকে। তাইৰ লগত যোৱা মানুহ-দুজনলৈ চিত্ৰাৰ ভয় লাগে। কিন্তু তাই সিহঁতৰ লগত গ'ল কিয়! ছোৱালীজনী বুদ্ধিমতী। শোকতে তাই অধীৰ হৈ নোযোৱা হলে বোধহয় সেই দুজন মানুহৰ লগত তাই কেতিয়াও নগ'লহেঁতেন। তাইৰ মনলৈ ভীষণ অনুতাপ আহে। তাইৰ নিজৰ শৰীৰৰ অৱস্থা যিয়েই নহওক লাগে তথাপি ছোৱালীজনীক তাই বাধা দি ৰাখিব নোৱাৰাৰ পাছত ছোৱালীজনীৰ লগতে তাইও যাব লাগিছিল। চিত্ৰাৰ মনত ধাৰণা হয় যে সেই ছোৱালীজনী আৰু এই টিলাটোৰ ওপৰত নাই। হাবিৰ মাজত তাই অকলে বৈ থাকি তাই হেকওৱা নাই। হাবিৰ মাজত যি বিপদ তাতকৈও হাজাৰগুণে ডাঙৰ বিপদত তাই পৰিছে। তাইক ৰক্ষা কৰোঁতা আৰু কোনো নাই। তাইৰ কোলাত তাইৰ ভায়েকটো ইতিমধ্যে শুই পৰিছে। গছডালতে আঁউজি চিত্ৰাই নিজেও শুবলৈ চেষ্টা কৰে।

তাইৰ চকু মুদ খাই আছে। তাইৰ ভায়েকটোৰ টোপনি আহে। বাহিৰ কেইটাই জুইৰ ওচৰত বহি থাকে। শুকান ডাল বিলাকত জুই লাগি পুত্‌পাত্‌ শব্দ হয়। গোটেই অৰণ্যখন নিস্তব্ধ হৈ পৰে।

হেৰাই যোৱা ছোৱালীজনী বোধ হয় ক'ৰবাত কান্দে।

ভালকৈ টোপনি অহাৰ আগতে আকৌ চিত্ৰামণি সাৰপাই চকুমেলি চায়। বান্দৰ কেইটাৰ খেক্ খেক্ শব্দত তাই সাৰ পায়। তাই চকু মেলি চাই দেখে যে বান্দৰ কেইটাই লৰাধপৰা লগাইছে। সিহঁতে নিজৰ ঠাইতে ঠিয় হৈ আগভৰি দুখন জোকাৰি জোকাৰি খেক্ খেক্ কৰিছে, অকণমান আগুৱাইছে আৰু অকণমান পিচুৱাইছে। মাক বান্দৰজনী গছত উঠিছে গৈ। চিত্ৰাই বুজি নাপায় সিহঁতৰ হঠাতে কি হ'ল। নিজৰ ভিতৰতে সিহঁতে কাজিয়াও কৰা নাই। অথচ সিহঁতৰ কোনো এটাই স্থিৰে থকা নাই, প্ৰতিটোৱে জপিয়াইছে আৰু খেক খেক কৰিছে। চিত্ৰাই অইনফালে চকু ঘূৰায়। কি এটা গোন্ধ তাইৰ নাকলৈ আহে, কি যেন এটা বিশ্ৰী গোন্ধ। খন্তেক পাছতে ভয়ত তাইৰ নিশ্বাস বন্ধ হৈ যায়। তাইৰ পৰা কুৰিখোজ মান দূৰতে এটা প্ৰকাণ্ড বাঘ। অতপৰে বাঘটো তাত বহি আছিল। এইমাত্ৰ সি ঠিয় দিলে। ঠিয় দি সি এবাৰ আকৌ তাইৰ ফালে চালে, তাৰ পাছতে অইন ফালে চালে। প্ৰায় চাৰিহাত দীঘল নেজডাল অকণমান সি লৰালে আৰু চিত্ৰাৰ ফালে চালে। বান্দৰ কেইটাই আগৰদৰে জপিয়াই লফিয়াই থাকিল। সিহঁতৰ খেক্ খেকনি ইমান বেছি হ'ল যে চিত্ৰাৰ ভায়েকটোৱেও সাৰ পাই গ'ল। বাঘটো দুখোজ চিত্ৰাহঁতৰ ফালে আহিল। হঠাৎ বাঘটোৱে মুখ ঘূৰাই এটা বিৰাট ৰূপ ধাৰণ কৰে। তাৰ চকু দুটা দুকুৰা জুইৰদৰে জ্বলি উঠে, গাটো আগত কৈ দীঘল হয়, মাংস পেশীবোৰ ফুলি উঠে, গাটো সমানভাবে প্ৰায় মাটিত লাগে, আৰু তাৰ পাছত অকণো শব্দ নকৰাকৈ সি একজাপ মাৰি অন্তৰ্দ্ধান হয়।

চিত্ৰা আৰু তাইৰ ভায়েক দুয়ো উশাহ লয়। বান্দৰবোৰৰ খেক্ খেকনি বন্ধ হয়। মাক বান্দৰজনী গছৰ পৰা নামি আহে। চিত্ৰাই বান্দৰ কেইটালৈ চায়। সিহঁতেও তাইৰ ফালে চাই আছে। সিহঁতে চিত্ৰাৰ ফালে চায়, তাৰ পাছতে আকৌ মুখ ঘূৰাই লয়, আকৌ অইন বান্দৰ এটাৰ গাৰ পৰা কিবা এটা উলিয়াই আনে; আকৌ তাইৰ ফালে

চায়। চিত্ৰাই আৰু অকণমান গুবি উলিয়ায়। তাইৰ মনটোত ইমান ভাল লাগে যে তাইৰ নিজৰে ভোক লগা যেন অনুভৱ কৰে। গুবিবোৰত পানী মিহলাই লাক কৰি তাই অকণমান ভায়েকটোক দিয়ে, অকণমান নিজে খায় আৰু বাকীখিনি বান্দৰ কেইটাক ভগাই দিয়ে। তাইৰ আৰু অকণো ভয় নালাগে। এইবাৰ তাই ভালকৈ শুব, তাই ঠিক কৰে। কাপোৰ এখন মাটিতে পাৰিলৈ ভায়েকটোক সাৱটি ধৰি তাই শুই পৰে। তাইৰ মনলৈ এটা বিশ্বাস আহে যে বান্দৰ কেইটাই তাইক ৰখি থাকিব।

মাজতে চিত্ৰামণিৰ দুবাৰো টোপনি ভাগি গৈছিল। দুয়োবাৰে তাই চকুমেলি দেখিছিল যে বান্দৰ কেইটা জুইৰ ওচৰতে বহি আছে। জুইখিনি সুন্দৰ ভাবে জ্বলি থাকে, নতুনকৈ জ্বলাবৰ দৰ্কাৰ নহয়। তাইক গা লবোৱা দেখিলেই দুই এটা বান্দৰ ইফালে সিফালে অকণমান ঘূৰি ফুৰে আকৌ আহি জুইৰ ওচৰতে বহে।

তৃতীয়বাৰ যেতিয়া তাই সাৰ পায়, তেতিয়া তাই দেখিলে যে বান্দৰবোৰ আৰু এটাও নাই। তাই উঠি বহে। ক'তো একো সাৰ সুৰ নাই। কেৱল অতি মৃদু আৰু শান্তভাবে বতাহ বলে! সেই শান্ত বতাহত শুকাই থকা দুই এটা গছৰ পাত সৰি তলত পৰে। কিমান বাতি হৈছে তাই ভত ধৰিব নোৱাৰে। কিন্তু তাইৰ চকুত আৰু টোপনি নালাগে। তাৰ মানে তাই ভালকৈ শুইছে। আৰু যদি তাইৰ টোপনি পূৰ হৈছে তেনে বেছি বাতি থকাৰ কথা নহয়। তাই চাৰিওফালে চায়, কিন্তু তেতিয়াও চাৰিওফালে অন্ধকাৰ। পোহৰৰ চিন এধানো নাই। ওপৰলৈ তাই এবাৰ চায়। তাই দেখে যে ওচৰৰে এডাল গছত মাক বান্দৰজনী তেতিয়াও আছে। অইন গছবোৰলৈ তাই চায়, কিন্তু আৰু এটা বান্দৰো ক'তো দেখা পোৱা নাযায়। চিত্ৰাই আকাশলৈ চায়। চাৰিও পিনে গছে ভৰা, গোটেইখন আকাশ দেখা নাযায়। যিকণ দেখা পোৱা যায় সেইকণ আকাশৰ মহিমা দেখি চিত্ৰা মুগ্ধ হৈ যায়। কিমান যে সৰগৰ তৰা! কিমান যে জিলিকিব

পাৰে তৰাবোৰ। কোনে কব পাৰে ইমান তৰাৰ নাম।

চিত্ৰাৰ গাটোত তাই যেন কিবা একবকমৰ অনুভূতি পায়। তেনেকুৱা অনুভূতিৰ লগত তাইৰ কোনোদিনা পৰিচয় হোৱা নাই। গোটেই বুকুখনতে যেন কি এটা অজানা বস্তু লাহে লাহে ভৰি ভৰি উঠে। এই অনুভূতিৰ ঠিক সমজাতীয় কোনো অনুভূতি তাইৰ মনত নপৰে! কিহৰ যেন এটা সোঁত বয়। তাইৰ ভৰি উঠা বুকুৰ মাজে মাজে যেন সোঁতবোৰ বাগৰি ফুৰে।

পুলকতে বৈ যোৱা চকুৰ পানীলৈ তাইৰ মনত পৰে। কুৰ্ণোই যিদিনা তাইক উদ্ধাৰ কৰি লৈ আহিছিল তাৰ বোধহয় দহবাৰ দিন পাছত। কুৰ্ণোই বিছনাৰ ওপৰতে শুই শুই ওপৰলৈ চাই কি ভাবি আছিল। নৈত গাধুই আহি, কাপোৰ-কানিবোৰ ৰ'দত শুকাবলৈ দি, মূৰৰ তিতা চুলিবোৰ পিঠিত পেলাই, তাই ঘৰৰ ভিতৰত সোমোৱা মাত্ৰকে কুৰ্ণোই ঘূৰি চাইছিল তাইৰ পিনে। তাইৰ দুয়োখন হাতেদি তাই তেতিয়াও ইফালে সিফালে সিচৰতিহে থকা কেইডালমান চুলি ঠিক কৰি আছিল। তাইৰ গাত পিন্ধা এখন শাড়ী। কুৰ্ণোই মুখ ঘূৰাই তাইৰ পিনে চাইয়ে গম পাইছিল যে তাইৰ গাত ব্লাউজ নাই। তাইৰ গাত শাড়ীখনৰ বাহিৰে একো নাই। কুৰ্ণোই তুৰন্তে উঠি আহি তাইৰ হাত দুখন তাইৰ মূৰতে ধৰি ৰাখি তাইক কৈছিল যেন তাই হাতদুখন তেনেকৈয়ে ৰাখে। তাৰ পাছত তাইক আনি সি বিছনাখনত বহুৱাই দি সি মাটিত আঁঠু কাঢ়ি বহিছিল। তাৰ গাটো তাইৰ দুই উৰুৰ মাজত থৈ তাইৰ মুখলৈ চাই চাই কুৰ্ণোই কৈছিল,—

তুমি বোধহয় ভাবিছা মই তোমাৰ মুখলৈ চাইছোঁ। দৰাচলতে কিন্তু মই আনফালে চাইছোঁ। তোমাৰ শাড়ীখনৰ ৰংটো কেচা কুমলীয়া কলপাতৰ দৰে। সেই ৰংটো ভেদ কৰি তোমাৰ বুকুৰ উজ্জলতা খিনি বাহিৰলৈ চিটিকি পৰিছে। দুয়োটা ৰং একাকাৰ হৈ গঢ়ি তুলিছে এক অভিনৱ ৰং আৰু সম্পূৰ্ণতা। কেৱল চাই থাকিবলৈ মন যায়, চুবলৈ ভয় লাগে। চল অহা নৈৰ বগা ফেনৰ ওপৰত বাতিপুৱাৰ

প্ৰথম ব'দ যেতিয়া পৰে, তেতিয়া ফেনবোৰে এটা অপৰূপ ৰং লয়। ফেনবোৰ ধৰি আনি চুমা খাবলৈ মন যায়।

বিপুল পুলকত চিত্ৰামণিৰ গাৰ নোমবোৰ ঠিয় হৈ উঠিছিল। তাইৰ চকুৰেদি বৈ আহিছিল অবিৰাম চকুলো। তাইৰ ধাৰণা হৈছিল যেন তাইৰ ভিতৰখিনি পমি পমি চকুৰেদি বাহিৰ হৈ গৈছিল। আপোনা আপুনি তাইৰ দুয়োখন ভৰি চেপ খাই আহিছিল, আৰু কুৰ্ণোই অনুভৱ কৰিছিল যেন তাৰ নিজৰ শৰীৰটো চিত্ৰাৰ দুয়োখন উৰুৰ কোমলতাৰ মাজত ক্ৰমে নাইকিয়া হৈ আহিছিল। তাৰ হাত দুখনে তাইৰ শৰীৰটো কেনেকৈ যে বিচাৰি আছিল তাইৰ আজি ঠিক মনত নপৰে; কিন্তু তাইৰ মনত পৰে হাত দুখনে তাইৰ বাহু স্পৰ্শ কৰিছিল, ডিঙি চুইছিল, গলধন চুইছিল, তাইৰ বুকু চুইছিল। তাইৰ অনুমান হৈছিল যেন কিবা এক উপায়েৰে তাইৰ গোটেইটো শৰীৰ ফুলি উঠিছিল, তাইৰ বুকু অসম্ভৱ ৰকমে স্ফিত হৈছিল আৰু তাইৰ ধাৰণা হৈছিল যেন কিহবাৰ ভৰত তাইৰ বুকু ফাটি যাব খুজিছিল। অৱশেষত তাই একো উপায় নাপাই কুৰ্ণোৰ মুখখন জোৰ কৰি তাইৰ বুকুত হেঁচামাৰি ধৰি আছিল। তাইৰ নিজৰ গাৰ কঁপনিবোৰে তাইক শ্ৰান্ত কৰি তুলিছিল।

আজি এই অৰণ্যৰ মাজত, ৰাতিৰ অন্ধকাৰ নীৰৱতাৰ মাজত, তাইৰ শৰীৰত কোনো পুলক জাগি উঠা নাই। তথাপি তাই কিবা এটা আচৰিত ৰকমৰ অনুভূতি পায়। তাই মুখ ঘূৰাই এক্কাৰবোৰ চাবলৈ চেষ্টা কৰে, যেন এই অনুভূতি তাই পাহৰি যাব পাৰে। কিন্তু লাভ একো নহয়। বৈ বৈ কিবা এটা গতি তাইৰ বুকুত লৰি উঠে। ভিতৰৰ কোনোবাখিনিৰ পৰা কিবা এটা বস্তু তেজৰ সোঁতত তাইৰ বুকুলৈ আহি ফিকি উঠে, আৰু তাইৰ স্তনদুটা ফিন্দ খাই উঠে। তাত হাত থৈ দিলে তাই গম পায় যেন সঁচাকৈয়ে আপোনা আপুনি তাইৰ দুয়োটা স্তন ফুলি ফিন্দ খাই গোলাকাৰ হৈ শকত হৈ উঠিছে। আৰু যেন কিবা এটা সোঁত স্তনৰ ভিতৰেদি আহি মূৰদুটাৰে বাহিৰ হৈ যাবলৈ বিচাৰিছে। স্তনৰ মূৰ দুটাও ফুলি ওখ হৈ টান হৈ পৰিছে। তাই নিজৰ মনতে

ভাবি ঠিক কৰিব নোৱাৰে এয়া কালো তেজৰ সোঁত!

শুই থকা ভায়েকটোলৈ তাই এবাৰ চায়। তেতিয়াও চকুমুদি সি শুই আছে। তাই যেন এই অশান্তি আৰু সহ্য কৰিব নোৱাৰে। এবাৰ তাইৰ মনত খেলায় যে বোধহয় বুকুত কাপোৰখন বেছি টানকৈ পিন্ধিছে। তাইৰ ভায়েকটো সাৰ পোৱা নাই, তাই বুকুৰ কাপোৰখন খুলি দিয়ে। খুলিদিয়া মাত্ৰকে যেন তাই ভালেখিনি সকাহ পায় হাতেৰে লাহে লাহে পিছি তাই গম পাবলৈ চেষ্টা কৰে ক'ত কি হৈছে। তাই অনুভব কৰে বাতিৰ এন্ধাৰ আৰু নাই, ক্ৰমে পোহৰ হৈ আহিবলৈ ধৰিছে। তাই চাৰিওফালে চায়। এন্ধাৰবোৰ ঠিক আঁতৰি যোৱা নাই, কিন্তু পুৱাৰ পোহৰ বিলাক ফাটি ওলাবলৈ ধৰিছে। চিত্ৰাই আকৌ এবাৰ চাবলৈ চেষ্টা কৰে কি যন্ত্ৰৰে তাইৰ বুকুৰেদি বগাই ফুৰিছে। তাই এটা এটাকৈ ডুয়োটা স্তন চায়। ডুয়োটা ফুলি ফিন্দ খাই উঠিছে। তাৰ পাছত তাই লক্ষ্য কৰে যে স্তনৰ মুৰ ডুটাত বিন্দু বিন্দু ঘাম। আঙুলিৰে তাই ঘামবোৰ মচি দিয়ে। তেতিয়া তাই গম পায় যে সেয়া ঘাম নহয়, এঠাবদৰে ঘন গাখীৰ।

দোকমোকালিৰ লগে লগে চিত্ৰামণি যাবলৈ সাজু হ'ল। ভায়েক-টোক আৰু শিকাই দিব নালাগে। সি তৎক্ষণাৎ সাজু হৈ লব পাৰে। আজি প্ৰথমাবৰ বাবে চিত্ৰাই লক্ষ্য কৰিলে যে তাইৰ ভায়েকৰ ভৰিৰ পটা ডুখন উথহিছে, তাৰ গালৰ আঁচোৰবোৰ তেতিয়াও ভালকৈ শুকোৱা নাই। তাক মৰম কৰিবলৈ চিত্ৰাৰ মন যায়। তাক তাই আঁকোৱালি লয়; আৰু সেই মুহূৰ্ত্তত গম পায় তাৰ জ্বৰ উঠিছে। গাটো তাৰ গৰম। চিত্ৰাৰ মনটো চমকি উঠে। এইখিনি ঠাইতে কালি এটা ল'ৰা ঢুকাইছে। তাইৰ চকুৰ আগতে মৰি গৈছে আৰু তাই একো এটা কৰিব পৰা নাই। তাই নিৰুপায় ভাবে তাৰ মুখলৈ চায়। অকণমান ল'ৰা এটা হৈয়ো সি কোনো ওজৰ আপত্তি নকৰে, নিজৰ গাৰ ডুখ নিজে সহ্য কৰে। আৰু কিমান বাৰ লাগিব চিত্ৰামণিয়ে ভাবিবলৈ চেষ্টা কৰে। এই কষ্ট তাইৰ ভায়েকে আৰু বেছি দিন

সহ্য কৰিব নোৱাৰে, এই কথা তাই জানে। তাই নিজেও আৰু যে কিমান দূৰ যাব পাৰিব তাই সঠিক কৰ নোৱাৰে। তাইৰ নিজৰ গাটো অসম্ভৱ বেয়া লাগে। খোজ কাঢ়িবলৈ আৰু তাইৰ গাত অকণো শক্তি নাই। শুই থাকিবলৈ তাইৰ মন যায়।

তথাপি দুয়ো আগুৱাই গৈ থাকে। উত্তৰ ফালে মুখ কৰি সৰু লুংলুঙীয়া বাটেৰে দুয়ো আগ বাঢ়ে। হাবিবোৰ নেপাতলে, বৰঞ্চ গহীন হয়। দুই এঠাইত ভাঙি যোৱা গছৰ ডালবোৰে সিহঁতৰ যোৱাৰ বাট বন্ধ কৰি থয়। বোধ হয় বাতি হাতীয়ে গছৰ ডালবোৰ ভাঙি থৈছে। ডালবোৰ আঁতৰাবলৈ চিত্ৰাৰ গাত বল নাই, তাইৰ ভায়েকেও আঁতৰাব নোৱাৰে। আকৌ নানা কষ্ট কৰি লতাবোৰ হাতেৰে ছিঙি ছিঙি পথ বাহিৰ কৰি সিহঁত যাব লগীয়া হয়। চিত্ৰাই আৰু ভায়েকে লাখুটিত ভৰদি গৈ থাকে। টিলাটো ক্ৰমে ওখ। উঠি যাওঁতে সিহঁতৰ ভাগৰ লাগে।

প্ৰথমতে ৰাতি পুৱাই তাই ভাবিছিল যে দুপৰীয়া নোহোৱালৈকে তাই ক'তো আৰু নাথামে, যিমানে পাৰে এখোজ দুখোজ কৈ গৈয়ে থাকিব। তাই গম পালে যে সিহঁতৰ গতি অতি মন্থৰ হৈছে। তাৰ বাহিৰেও লতাবনৰ মাজেদি ঘূৰি ঘূৰি বাট উলিয়াওঁতে সিহঁতৰ এটাৰৰ ঠাইত দহটাৰ যাব লগীয়া হৈছে। ঘূৰি ঘূৰি যাওঁতে এঘণ্টাৰ মূৰত বোধ হয় সিহঁতে আধামাইল আগুৱাব পাৰে। ইপিনে ক্ৰমে শৰীৰ অবশ হৈ আহিছে। তাইৰ পেটটো বিষাইছে। মাজতে একোবাৰ পেটটোত অতিপাত বিষ হয়, পেটৰ তললৈ কি যেন এটা চাপ অনুভৱ কৰে। তাই ভায়েকটোক অকণমান ঠিয় দি থাকিবলৈ কৈ গছৰ আঁৰাললৈ যায়, আৰু খন্তেক পাছতে ঘূৰি আহে। কিছু সময় থাকি চাপটো নাইকিয়া হয়, তলপেটৰ বিষটোও নাইকিয়া হয়। তাই আকৌ এখোজ দুখোজকৈ আগবাঢ়ে। মাজে মাজে ভায়েকটোৰ গাত হাত দি তাই চায়। ভায়েকৰ গাৰ গৰমটো একেভাবে আছে। তবিৰ উখহা পটা দুখন উখহিয়ে আছে।

আৰু তাই বাব নোৱাৰে। দুপৰীয়া হোৱাৰ আগতে এডাল গছৰ ছাঁত দুয়ো বহি পৰে। ব'দ ভাগৰ আৰু শৰীৰৰ ক্লান্তিত দুয়ো ভাগৰি পৰে। বটল এটাতে পানী অলপ আছিল। পানীখিনি দুয়ো খায়। আন একো খাবলৈ মন নাযায়। লগত থকা গুবিবোৰৰ কথা ভাবিলে চিত্ৰাৰ বমিৰ ইচ্ছা হয়। তাইৰ ভায়েকটোৰো একো এটা মুখত দিবলৈ ইচ্ছা নহয়। গছৰ তলখিনি পোৱা মাত্ৰকে সি গছৰ ছাঁত বাগৰি পৰে আৰু গাৰ ভাগৰ পলুৱাবৰ বাবে চেষ্টা কৰে।

চিত্ৰামণি দেখে যে যিখিনি ঠাইতে বহি তাই আৰু ভায়েকে বিশ্ৰাম লৈছে সেইখিনি ঠাই টিলাটোৰ সৰ্ব্বোচ্চ ঠাই। তাই এটা স্বস্তিৰ নিশ্বাস পেলায়—উঠিবলৈ আৰু ওখ ঠাই নাই, এইবাৰ দুয়ো তললৈ নামিব লাগিব। ওপৰলৈ উঠিবলগা হলেই তাইৰ অলপহে ভাগৰ লাগে। আচৰিতে চকু খাই উঠাৰদৰে তাই ভায়েকটোক মাতে,

—আংজেং!

তাই জুমিজুমি তললৈ চায়। তাৰ পাছত তাই আপমাৰি ঠিয় হয় আৰু হাতখনৰে ব'দৰ পোহৰ ঢাকি তাই চকু হাল স্থিৰ কৰি আকৌ জুমিজুমি তললৈ চায়। আকৌ তাই মাতে,—

আংজেং। উঠ আংজেং। তললৈ চাহোন! সেয়া পাহাৰৰ দাঁতিত, দূৰত। বহুত দূৰত নহয়, সেয়া সেই খিনিতে।

এৰা, হয়। সেয়া নীলা বৈ ছিমছাং। সেয়া ছিমছাঙৰ গভীৰ নীলা পানী। ওখ ওখ দুশাৰি পাহাৰৰ মাজেদি পাহাৰ কাটি বৈ অহা ছিমছাং। ঘনজঙ্গলৰ মাজেদি; ক'লা, কঠোৰ, বহল শিলৰ ওপৰেদি; অগণন পাহাৰৰ গুহাৰ ওচৰেদি বৈ অহা সেয়া ছিমছাং। আনন্দতে চিত্ৰামণি আৰু ভায়েকে জপিয়াই উঠে।

নৈখনলৈ চকুৰ নিমিষ নেপেলোৱাকৈ তাই চাই থাকে। কিমানদূৰ হব ভালে! যি ঠাইত তাই ঠিয় দি আছিল তাৰ পৰাই নৈখনৰ কেবৰোৰ পৰ্য্যন্ত দেখা যায়। গভীৰ নীলা পানীৰ ওপৰত ওপঙি থকা মুক্তামণিৰ দৰে অকণি অকণি বগা ফেন। হয়তো

এঘণ্টাৰ বাট, নহলে বেছিভকৈও বেছি তুমণ্টাৰ বাট। তাই আৰু পলম নকৰে। তাই ভায়েকটোক কয়,—

আংজেং! ও আংজেং! ব'ল জেং ব'ল। সেয়া, সৌৱা ছিমছাং।

পাহাৰৰ মাজেদি ছিমছাং নৈ বৈ আছে। ইখন পাহাৰ বগাই সিখনৰ গাত পৰে; আকৌ সিখনৰ গাই দি আন খনলৈ বগাই যায়। এঠাইত নৈখন ঠেক, আন ঠাইত বহল; এঠাইত সোঁতটো তীব্ৰ আনঠাইত শান্ত। অগণন পাহাৰ বগাই আহি নৈ খনে সমতল পায় আৰু তাৰ পাছত সাগৰলৈ যাত্ৰা কৰে। শিলৰ গাত আঘাতৰ পাছত আঘাত খাই আহি কেনবোৰে নৈখন আবৰি পেলায়; আৰু নৈ খনত এটা অস্বাভাৱিক গোঙনি উঠে।

পাহাৰৰ মাজৰ ঠেক নৈ খন পাহাৰ অতিক্ৰম কৰাৰ পাছতে বহল হৈ এটা হ্ৰদৰদৰে হৈ পৰে। সোঁতটো ধীৰ মন্থৰ হৈ উঠে। ধীৰ সোঁতৰ বহল ছিমছাং নৈখন শান্ত এটা হ্ৰদৰ দৰে থমকি ৰয় আৰু তাৰ পাছত সৰু টিলাটোৰ ওচৰত ভাঁজ লৈ ভটিয়াই যায়। পাহাৰৰ ওপৰৰ পৰা তলৰ ছিমছাং নৈখন অপৰূপ দেখি। ছিমছাঙৰ দুয়ো পাৰে ঘন বন আৰু বনৰীয়া ফুল। ওখ গছবোৰৰ গাত মেৰিয়াই থকা লতাবোৰৰ বহল পাতত নৈৰ পানীৰ জিলিকনি পৰে, আৰু পাতবোৰ চিক্‌মিকাই উঠে। লতাবোৰৰ গাত নানা বৰণৰ ফুলবোৰ ফুলে। নৈৰ পানীত সৰিপৰা ফুলবোৰ ওপঙি যায়। এটা শান্ত সুৰ নৈৰ কাষে কাষে পাহাৰত খুন্দা খাই ফুৰে। নৈখনৰ কাষে কাষে অজস্ৰ জোপোহাবোৰ; আকৌ জোপোহাৰ মাজে মাজে অকণি অকণি ফুল। ফুলৰ গোন্ধত, লতাবনৰ ছাঁত, নীৰৱ অন্ধকাৰৰ মাজৰ পৰা ওলাই অহা নৈৰ শান্ত কল্লোলত, পাহাৰৰ মৌন স্তব্ধতাৰ মাজত, পৃথিৱীৰ ওপৰত এটা অকাতৰ শান্তি বিয়পি পৰে।

ওখ ঠাইখিনি এৰি চিত্ৰামণিহঁত ছিমছাঙৰ পিনে আগুৱাবলৈ ধৰে। চিত্ৰামণি ভাবিছিল যে তাই ছিমছাঙৰ পাৰত গৈ থাব। সেইবাৰে

জিবোৱা ঠাইখিনিত তাই আৰু টোপোলা খোলা নাছিল। কিন্তু অলপ দূৰ গৈয়ে তাই আকৌ থামিবলগীয়া হ'ল। আৰু তাই খাব নোৱাৰে। তাইৰ অসহ্য বিষ উঠে। কিছুমান লতাবন্ধৰ ছাঁত তাই বহি পৰে, আৰু চকুমুদি বিষটো সহ্য কৰিবলৈ চেষ্টা কৰে। ক'ব পৰা যে বিষটো আহে তাই যেন ভালকৈ ধৰিবই নোৱাৰে। তাইৰ গোটেই শৰীৰটো যেন ভাঙিছুচৰি কিবা এটা কোনোবাপিনেদি ওলাই যায়। কিছু সময় ভলকা মাৰি বহি থাকি তাই কোনো উপশম নাপাই, তাতেই বাগৰি পৰে। তাই সঁচাকৈয়ে আৰু খাব নোৱাৰে। সেই লতাবনৰ মাজত, ছিমছাঙৰ পৰা অলপ দূৰতে তাই বোধহয় মৰি থাকিব। তাইৰ উশাহ বন্ধ হৈ যায়। কিছু সময়ৰ পাছত তাই উঠি বহে। তাইৰ চকুমুখ বগা পৰি গৈছে—। তাই ভায়েকটোক টোপোলাটো খুলি কিবা খাবলৈ কয়। সি তাকেই কৰে। সি নিজে অলপ খায় আৰু তাৰ বায়েককো অলপ দিয়ে। তাইৰ খাবলৈ ইচ্ছা নাযায়। বিষটো যেন তাইৰ মুখতো বিয়পি পৰিছে, হাতত বাহুত চাৰিওফালে বিয়পি পৰিছে। হাতখন ভাঙি মুখলৈ নিবলৈকেও তাইৰ শক্তি নাই। তথাপি কিবা অলপ খাই নোৱাৰ পাছতে আকৌ তাই উঠে। আকৌ আগুৱাবলৈ ধৰে। কিন্তু একেলগে আধাঘণ্টাৰ বেছি তাই খাব নোৱাৰে। আধাঘণ্টামান যায়, আকৌ বহে, মাটিতে বাগৰে,—বিষত ভতমত নাপাই নিজৰ ওঁঠতে দাঁতেৰে কামুৰি ধৰে।

অৱশেষত তাইৰ ভায়েকৰ হাঁহি শুনি তাই মূৰ দাঙি দূৰলৈ চায়। হয়, এতিয়া আৰু স্পষ্টকৈ দেখা পায় ছিমছাং নদী। তাই স্পষ্ট দেখা পায়, দুয়ো কাষে দুখন ওখ পাহাৰৰ মাজেদি নৈখন তীব্ৰবেগে বাগৰি আহি পাহাৰবোৰৰ ইপাৰত বহল হৈ শান্ত হৈ পৰিছে। পাহাৰৰ মাজৰ ঠেক ঠাই খিনিতে, পাহাৰৰ মাজৰ পৰা ওলাই অহাৰ আগতে, নৈখনে খণ্ডতে গুজৰি গুমৰি যেন আস্ফালন কৰে। পাহাৰৰ গাত ভীষণ শব্দ কৰি ঢৌবোৰ চিটিকি পৰে। যেন ক্ৰোধ আৰু শান্তিৰ মূৰ্ত্তি ছিমছাং।

চিত্রাই জানে আৰু সৰহ পৰ নাই। তাইৰ ভৰিদুখনে আৰু তাইক কঢ়িয়াই নিব নোৱাৰে। তাই বেগাই খোজ কাঢ়িব খোজে কিন্তু নোৱাৰে। আৰু মাত্ৰ অকণমান ঠাই। সেইখিনি যাব পাৰিলেই তাই শিল এচটাৰ ওপৰত শুই পৰিব। ছিমছাণ্ডৰ নীলাপানীৰ ছাঁ তাইৰ গাত পৰিব। নীলা পানীৰ কোমল ছাঁত তাই পৰি থাকিব।

বহল শিল এচটাৰ ওপৰত চিত্ৰামণি বাগৰি পৰে। প্ৰথম কেই মুহূৰ্ত্তমান তাইৰ ধাৰণা হয় তাইৰ দেহত আৰু চেতনা নাই। ক্ৰমে তাই নৈৰ সোঁতৰ শব্দ শুনিবলৈ পায়, নৈৰ চেঁচা বতাহ তাইৰ গাত লাগে। বতাহত লৰি থকা গছৰ পাতৰ ছাঁ তাইৰ গাত পৰে।

তথাপি চিত্ৰামণিৰ গোটেই দেহতে ঘাম দেখা দিয়ে। চেঁচা বতাহ আৰু গছৰ ছাঁই তাইৰ শৰীৰ শীতল কৰিব নোৱাৰে। কোমৰৰ পৰা উৰুলৈকে গোটেইখিনি ঠাইতে তাইৰ অবৰ্ণনীয় ব্যথা হয়। তাই বাগিৰ পৰি আছিল, অলপমান উঠি বহে। উঠি বহি কিবা এটা আশ্ৰয় বিচাৰে। ওচৰতে এডাল গছ থকা হলে তাই গছত আঁউজি গছতে সাৰটি ধৰি থিবে থাকিবলৈ চেষ্টা কৰিলেহেঁতেন। কিন্তু তাত কোনো গছ নাই, ওচৰতে ঢুকি পোৱাৰ ভিতৰত একো আশ্ৰয় নাই। তাই বহি থকা বহল শিল চটাৰ বাহিৰে তাইৰ অইন আশ্ৰয় নাই। যাতনাত তাইৰ চকুৰপানী ওলায়। তাইৰ ইচ্ছা হয় তাই যেন ডাঙৰকৈ কান্দি দিব। তাইৰ কোমৰ আৰু পেটৰ পৰা কিবা এটা অসম্ভৱ বেদনা তললৈ গৈ তাইৰ উৰু ভেদ কৰি যেন বাহিৰ হৈ যাবলৈ বিচাৰিছে। তাই আঁঠুকাঢ়ি বহে। হাত দুয়োখনৰে শিলচটাৰ ওপৰত ভৰদি— আঁঠুকাঢ়ি তাই চকু মুদে। আৰু তাই কৰুণ ভাবে, কাতৰ ভাবে নিঃশব্দে চিঞৰে।

এবাৰ চকুমেলি ওচৰতে তাই ভায়েকটোক দেখে। তাইৰ কি এটা লাজ লাগে। ভায়েকটোক তাই কয়,—

আগজেং! টোপোলাটো লৈ তই সেই খিদিলৈ যা। সেই খিনিডে পানীৰ জিয়লিলৈ। তাতগৈ অলপ কিবা খাগৈ। পানীত

নামি নাযাবি কিন্তু। মই নাখাওঁ, মোলৈ একো নৈ নাহিবি। মই থাঁমাতো মানে ভই ইয়ালৈ নাহিবি। যা মোৰ জেং, এতিয়াই যা।

ভায়েকটোৱে কিবা বুজি পায়। সি ততালিকে টোপোলাটো লৈ তাৰ পৰা গুচি যায়। তাই বুকুৰ কাপোৰখন সোলোকাই দিয়ে, কোমৰত টানকৈ পিন্ধা কাপোৰখন ঢিলা কৰি দিয়ে, তাই পেটটোলৈ চায়। ওকন্দি উঠা বগা পেটটোৰ ওপৰত তাই একো নেদেখে, কেৱল দেখে যে তাইৰ দ নাইটো ওপৰলৈ উঠি আহিছে। তাই আৰু আঁঠুকাঢ়ি বহি থাকিব নোৱাৰে। তাই ইচ্ছা নকৰিলেও আপোনা আপুনি তাইৰ গালৈ কিবা এটা শক্তি আহে আৰু পেটৰ নাড়ী ভুৰি বোৰ বাহিৰ কৰি দিবলৈ বিচাৰে।

তাই আকৌ শোৱে। মুখখন ওপৰলৈ কৰি পিঠিখন শিলচটাৰ ওপৰত থৈ তাই শোৱে। আপোনা আপুনি তাইৰ ভৰি দুখন কোঁচ খাই আহে। ভৰি দুখন কোঁচ খুৱাই, আঁঠুদুটা ওপৰলৈ কৰি তাই দুয়োখন হাতেৰে কোমৰত ধৰে। তাইৰ উদং হৈ থকা ভৰি, আঁঠু আৰু উকত ব'দ পৰে। যন্ত্ৰণাত ইফাল সিফাল কৰোঁতে ঘঁহনি খাই খাই তাইৰ উকবোৰ ৰঙা হৈ উঠে। ক্ৰমে বেদনাই তাইক অৱশ কৰি পেলায়। তীব্ৰ যাতনাত তাই কোমৰখন ডাঙি দিয়ে। তাই উঠি বহিবলৈ চেষ্টা কৰে, কিন্তু আৰু তাই উঠি বহা অসম্ভৱ। তাই নিজৰ উকতে দুইখন হাতেৰে খামোচ মৰি ধৰে, আৰু ওঁঠটো দাঁতেৰে চেপি ধৰি, নিজৰ দেহতে ওপোজা প্ৰচণ্ড শক্তিটোক সহ্য কৰিবলৈ চেষ্টা কৰে। তথাপি কিবা উপায়ে তাইৰ গালৈ বল আহে। তাই চকুমুদি উশাহ বন্ধ কৰে; আপোনা আপুনি তাইৰ পেটৰ পৰা বুকুলৈ আগভাগটো ওপৰলৈ ফিন্দ খাই উঠে! কোমৰৰ তলখিনি শিলচটাৰ ওপৰত বেছি ভৰ দিয়ে; কোঁচখাই থকা ভৰিদুখন আপোনা আপুনি দুয়ো ফালে আঁতৰি যায়।

চিত্ৰামণিৰ ল'বা সন্তান এটি ভূমিষ্ঠ হৈ কান্দি উঠে। ছিমছাঙৰ ওপৰেদি বৈ অহা জুৰ বতাহ সন্তানটিৰ গাত লাগে।